# অসমৰ সংস্কৃতিত আদিবাসী (চাওঁতাল)ৰ অৱদানৰ চমু ইতিবৃত্ত

(প্ৰথম খণ্ড)

ড° হৰ্ক বহাদুৰ ছেত্ৰী, পি.এইচ. ডি

ঠিকনা :
উজানপাৰা, দোলাইগাঁও
(লক্ষী মন্দিৰৰ ওচৰত)
জিলা ও ডাকঘৰ : বঙাইগাঁও - ৭৮৩৩৮০
অসম

"ASOMOR SANSKRITIT ADIVASI (SAOTAL)R AVADANAR CHAMU ITIVRITTA" : (First Part) " published with the financial assistance from the Central Institute of Indian Languages (Ministry of Human Resource Development, Department of Secondary & Higher Education, Government of India), Manasagangotri, Mysore - 570006 vide sanction letter No. F. 51-1(2)/2004-05/ASSM/GRNT Dated 24.07.2006 under the scheme of GRANT IN-AID".

---

Publisher : Central Institute of Indian Languages, Mysore, Manasgangotri - 570006

Author: Dr. Harka Bahadur Chhetri

Cover Page : Author

Publication : First, 2006/07-08

Price : 78.00

Address : Dr. Harka Bahadur Chhetri
Vill : Uzanpara (Dolaigaon)
(Near Lakshmi Mandir)
Dist. & P.O. - Bongaigaon
Assam - 783380

Home Address : Bholatar No. 2
P.O. - Bamunjuli (Dimakuchi)
Dist. - Udalguri, B.T.A.D. (Assam)

D.T.P. : Basanta Kr. Singha

---

Printed at : Rainbow Printers
Borpara Part - I (Near Swahid Bedi),
Bongaigaon, Assam - 783380

# আগকথা

কিতাপখনৰ বিষয়ে আগকথা ক'বলৈ যাওঁতে নিজৰ ৰাজ্যখনৰ পৰিৱেশ-পৰিস্থিতিৰ বিষয়ে অনায়াসেই ওলাই পৰিব। আজি প্ৰায় ২৫/৩০বছৰ আগৰে পৰা ৰাজ্যখনৰ জনসাধাৰণক বাধ্যতামূলক হিচাপে আন্দোলন মুখী কৰা হৈ আহিছে আৰু সেই আন্দোলনবোৰৰ অন্তৰালত নিজ নিজ ভাষীক গোষ্ঠী সকলৰ নিজস্ব অধিকাৰৰ দাবীয়েই প্ৰধান। সেইবোৰ অপূৰণ হোৱাৰ অন্তৰালতে আকৌ কিছুমান ভাষীক অস্ত্ৰধাৰী সংগঠনবোৰে নিজৰ জাতীয় দাবীবোৰ পূৰণাৰ্থে চৰকাৰৰ কাম কাজবোৰৰ প্ৰতি অনাস্থা প্ৰকাশ কৰি প্ৰতিবাদ কৰি আহিছে; কিন্তু ক্ষোভ প্ৰকাশ কৰিছে নিৰ্দোষী আৰু সহজ-সৰল অসমৰ জনসাধাৰণৰ ওপৰত, তেওঁলোকৰ অস্ত্ৰবোৰ জোকাৰি আহিছে। ৰাজনীতিৰ লাভালাভ, অস্ত্ৰধাৰী সংগঠনবোৰৰ নেতাবোৰ বিদেশত, সাধাৰণ অস্ত্ৰধাৰী সকল লক্ষ্যভ্ৰষ্ট, সাধাৰণ ৰাইজৰ জীৱন্ত ভয়-ভীতিৰ ফলত যোৱা ২৫বছৰে অসমৰ অৰ্থনীতি পিচপৰি দেশখন চাৰিওফালৰ পৰা অৱহেলিত, নতুন চাম বিভ্ৰান্ত আৰু ক্ষোভিত।

১৯৯৫-৯৭চনৰ ঘটনা। পশ্চিম অসমৰ কোকৰাঝাৰ আৰু বঙাইগাঁও জিলাৰ ভিতৰুৱা গাঁও কিছুমানত আদিবাসী সাওঁতাল লোসকলৰ ওপৰত হঠাতে বড়ো ভাষী উগ্ৰবাদী লোকসকলে আক্ৰমণ চলালে। অৱশ্যে ইয়াৰ অন্তৰালত এটি জঘন্য কাৰণ এয়াই আছিল যে কিছুমান অচিনাক্ত উগ্ৰবাদী সকলে পশ্চিম কোকৰাঝাৰ জিলাৰ এটি ঠাইত কিছুমান নিঃসহায় গাভৰুৰ ওপৰত পাশৱিক অত্যাচাৰ চলাই ঘটনাৰ বীজৰোপণ কৰিছিল। শেষত গৈ সেয়াই বাঁড়ৰ যুঁজ বিৰিণাৰ মৰণ হ'ল — শ শ লোকৰ প্ৰাণ গ'ল। বহুতো লোকক হত্যা কৰা হ'ল, ঘৰ জ্বলাই দিয়া হ'ল। বহুতো গৰু-মহ-ছাগলী নাইকিয়া হ'ল। জীৱনৰ মোহত ২০০(দুইশ) টকাত এজনী গাই বিক্ৰী কৰা হৈছিল। সেয়া তেতিয়াৰ পৰিৱেশ। ইতিমধ্যে অসমৰ এটা বংশধৰে নেলী, গহপুৰ, খৈৰাবাৰী, খাগৰাবাৰী, হোজাই গাঁওৰ ঘটনা দেখিছেই। ডাঃ ভূপেন

হাজৰিকাৰ ভাবাত সেয়া "জুয়ে পোৰা অসম" ৰূপে অলংকৃত হৈছে।

অসমৰ প্ৰায় ৮৫০(আঠশ পঞ্চাশ) খনতকৈ বেচি চাহ বাগিচাত প্ৰায় ১৮৫০চনৰ পৰা ভাৰতৰ আটাইতকৈ গৰিষ্ঠ সংখ্যক জনজাতি আদিবাসী লোকসকলে শতকৰা ৮০ভাগ শ্ৰমদান কৰি অসমৰ চাহ উদ্যোগ গঢ়ি তুলিছে। ১৯৫০চনৰ পিচৰ পৰা অবসৰপ্ৰাপ্ত সকলক প্ৰাক্তন চাহ শ্ৰমিক হিচাপে চৰকাৰে পৰিচয় কৰাইছে। বৰ্ত্তমানৰ সকলো অসমৰ প্ৰাক্তন চাহ বনুৱা গাঁও অঞ্চলত আছে; তেওঁলোকৰে বংশধৰ আৰু কিছুমান আছে ইংৰাজৰ সময়ত কৃষক বিদ্ৰোহৰ পৰিণতিত স্থানান্তৰিত হোৱা মধ্য ভাৰতৰ প্ৰায়বোৰ ৰাজ্যৰ আদিবাসী লোক। আদিবাসী লোকসকলৰ ১২টা গোষ্ঠীৰ ভিতৰত চাওঁতাল সকল সামাজিকভাৱে বিভিন্ন দিশত আটাইতকৈ আগবঢ়া।

ইং ১৯৯২চনত আদিবাসী সকলৰ দ্বিতীয় আন্তঃৰাষ্ট্ৰীয় সন্মিলন পূব নেপালৰ ঝাপা জিলাৰ চন্দ্ৰগঢ়ি নামে ঠাইত হৈছিল। সৌভাগ্যক্ৰমে উক্ত অধিবেশনত এইজন লেখকৰ নিমন্ত্ৰণ অবিহনেই উপস্থিতি হৈছিল। তেওঁলোকৰ বিভিন্ন ঐতিহাসিক তথ্য সম্পৰ্কে লেখকৰ মনতদ-কৈ ঠাই পাইছিল। পিছত পশ্চিম অসমৰ ঘটনাবোৰে আকৌ এবাৰ মন জোকাৰি দিলে। ভাবিলোঁ কিবা এটা কৰিব পৰা যাব নেকি! শেষত, এটি বিষয় বাচনি কৰি লৈ কামত লাগিলোঁ। লিখা শেষ কৰিবলৈ ইয়াতো আৰু বহুতো বাকী থাকিল। যোৱা জানুৱাৰী /২০০৪চনত কেন্দ্ৰীয় ভাৰতীয় ভাষা সংস্থান, মহীশূৰ (কৰ্ণাটক)ৰ পৰা এখনি চিঠি পালোঁ, এখন অভিধানৰ কৰ্মশালাত কাম কৰিবৰ বাবে। অধ্যায়ৰ আকাৰে লিখি প্ৰায় শেষ কৰা পাণ্ডুলিপিখন লগত লৈ গৈছিলোঁ। ভাষা কাৰ্য্যালয়ত তিনিজন মান প্ৰফেচাৰক দেখুৱাই কিতাপৰ ভিতৰৰা কথাখিনি জানিবলৈ দিলোঁ। কিতাপখনৰ ওপৰত টোকা অৰ্থাৎ টিপ্পনি কৰি প্ৰকাশৰ বাবে সাজু কৰিবলৈ কোৱাত মনত এটি অপ্ৰকাশ্য আনন্দ লাভ কৰি কামত লাগিলোঁ।

ভাষা সংস্থানে এনে ধৰণৰ মৌলিক কিতাপবোৰৰ প্ৰকাশনত সহায় সহযোগ কৰিবলৈ ওলোৱাত কিতাপখনক প্ৰথম খণ্ড হিচাপে নামাকৰণ কৰি আগবঢ়ালোঁ। পিচলৈ ৰাষ্ট্ৰীয় স্তৰত দ্বিতীয় খণ্ডৰ বাবে প্ৰস্তুতি লৈ আছোঁ। পঢ়ুৱৈ পাঠকসকলে ভুল-ত্ৰুটিবোৰ আঙুলিয়াই দিলে কৃতাৰ্থ হ'ম, আৰু দ্বিতীয় খণ্ডৰ শুধৰণিত সন্নিবিষ্ট কৰিবলৈ চেষ্টা কৰিম। সৰ্ব্বসাধাৰণ ৰাইজ বিশেষকৈ আদিবাসী চাওঁতাল সকলৰ সাংস্কৃতিক জাগৰণ আৰু বিশাল জাতীয় একতা ও পৰিচয় কামনা কৰি এইখনি যুগুতোৱা হৈছে।

কিতাপখন সজোৱাত মাননীয় ডঃ কে. ৰামস্বামী (ডেপুটি ডাইৰেক্টৰ), শ্ৰীকিংকেৰী নাৰায়ণ দেৱবৈয়া দেব (প্ৰফেচাৰ চি.আই.আই. এল) আৰু পি.এন.দত্তবৰুৱা (ডেপুটি ডাইৰেক্টৰ চি.আই. আই. এল.) দেৱে দিয়া পৰামৰ্শত উৎসাহিত মই লেখক হিচাপে ভাষাৰে কৃতজ্ঞতা জনালোঁ। ইয়াৰ বাবে মই চিৰ ঋণী হৈ থাকিম। কিতাপখন ভুল-ত্ৰুটি মুক্তকৈ সজোৱাত প্ৰথমে শ্ৰীকমল চন্দ্ৰ মুৰ্মু (প্ৰধান শিক্ষক, টুপীয়া হাইস্কুল, তেজপুৰ) আৰু শ্ৰীঅৰুণ চন্দ্ৰ মুৰ্মু (সম্পাদক, 'জহাৰ' সাপ্তাহিক অসমীয়া কাকত) আৰু অন্তিম অৱস্থাত বিশেষ চকু দি লিখি শেষ কৰিবলৈ মাননীয় শ্ৰীযুত মুকুন্দ শৰ্মা (অৱসৰপ্ৰাপ্ত অধ্যক্ষ, বীৰঝৰা উচ্চতৰ মাধ্যমিক বিদ্যালয়, বঙাইগাঁও) আৰু শ্ৰীস্বপ্না ৰায়, (শিক্ষয়িত্ৰী, শংকৰদেৱ শিশু/বিদ্যা নিকেতন, বঙাইগাঁও) আদি শুভাকাংক্ষী সকলৈ আন্তৰিক অভিনন্দন জনালোঁ।

আশীৰ্বাদ বিচাৰি -

— লিখক

# প্ৰস্তাৱনা

জাতি উন্নয়নৰ পৰিকল্পনাবোৰ ভাৰতবৰ্ষৰ গাঁওলীয়া জীৱনৰ উন্নয়নৰ বাবে চৰকাৰে হাতত লোৱা একোটা যোজনা। এই প্ৰসঙ্গত এটা পিচ পৰা জাতিৰ উন্নয়নৰ বাবে ইয়াত ক'বলৈ যোৱা হৈছে।

ভাৰতবৰ্ষখন গাঁৱৰে গঠিত দেশ। সমগ্ৰ জনসংখ্যাৰ চাৰিভাগৰ তিনিভাগ লোকেই গাঁও অঞ্চলত বাস কৰে। সেয়ে, গাঁৱ অঞ্চলৰ উন্নয়ণৰ অবিহনে ৰাষ্ট্ৰখন কোনো প্ৰকাৰে বিকশিত হ'ব নোৱাৰে। দুঃখৰ বিষয় যে, গাঁৱৰ অৱস্থা এতিয়াও অত্যন্ত দয়নীয় অৱস্থাত আছে। মানুহবোৰ গৰীব, বাসস্থান জৰাজীৰ্ণ। একোখন গাঁও নেলাগে, বহুতো গাঁৱৰ মাজতো এটা দাতব্য কেন্দ্ৰ নাই, ভাল শিক্ষাৰ ব্যৱস্থা নাই, শৌচাগাৰৰ কথা বাদেই। কোনো সাংস্কৃতিক সংস্কাৰৰ পৰিৱেশ নাই সহজ-সৰল লোক সকলক উৎসাহিত কৰিবলৈ। মৃত্যুসহ জীৱন তেওঁলোকে খেপিয়াই আছে দুঃখ যন্ত্ৰনাৰ মাজেৰে।

জীৱনৰ নৱ গঠন বা পুনৰ গঠনাৰ্থে জাতি উন্নয়ণৰ পৰিকল্পনাবোৰে ৰাষ্ট্ৰীয় স্তৰতে ক্ৰম বৰ্দ্ধমান হাৰত সেৱা আগবঢ়াই আহিছে। যোজনা বোৰৰ অন্তৰ্গত হৈছে সময়োপযোগী শিক্ষা, ঔষধ পাতিৰ ব্যৱস্থা, বিকাশ আৰু চাফ-চিকুণ পৰিৱেশ, কুটীৰ উদ্যোগ, পৰিস্কাৰ খোৱা পানীৰ ব্যৱস্থা আৰু আন জন-কল্যাণমূলক ব্যৱস্থা বা আচঁনি। এই আচঁনিবোৰ যদি বাস্তৱায়িত হয়, নিশ্চয় গাঁৱলীয়া জীৱনো আনন্দকৰ হ'ব আৰু গাঁও তথা চহৰৰ মাজত দেখা দিয়া প্ৰাৰ্থক্য নাইকিয়া হৈ ৰাষ্ট্ৰীয় শ্ৰীবৃদ্ধিত সহায়ক হ'ব।

সেয়ে, গাঁৱলীয়া মানুহৰ সমূহীয়া জীৱনো নিজেই আগবাঢ়ি আহি চৰকাৰৰ লগত সহযোগ কৰি গাঁৱলীয়া জীৱন বিকাশতো পৰিকল্পনাবোৰ সফল হোৱাত যোগদান কৰিব লাগে।

এই কিতাপখনৰ জৰিয়তে বিশ্বৰ আদিম জাতিৰ ভাৰতীয় স্তৰত বিশেষকৈ অসম ৰাজ্যখনৰ অন্তৰ্গত আদিবাসী জনজাতি (সাওঁতাল) লোক সকলৰ বিষয়ে উল্লেখ কৰি তেওঁলোকৰ অথবা চৰকাৰ দুয়ো পক্ষৰ দৃষ্টি আকৰ্ষণ কৰা হৈছে। কিতাপখনিত ভাৰতবৰ্ষৰ বিষয়ে পৰিচয় দাঙি ধৰাৰ লগতে আদিবাসী সকলৰ সামাজিক, ঐতিহাসিক আৰু সাংস্কৃতিক পৰিচয়ৰ সৈতে অসমৰ সংগত-সংস্কৃতি গঠনত তেওঁলোকৰ অৱদানৰ বিষয়ে উল্লেখ কৰা হৈছে।

আদিবাসী
(সাওঁতাল) সকলৰ
ভাষা-সাহিত্য-সংস্কৃতি
গঠনত, জাতীয় একতা
আৰু শ্বহীদ সকলৰ
সোঁৱৰণত এই
গ্ৰন্থখনি
আন্তৰিক
শ্ৰদ্ধাৰে
উচৰ্গা
কৰিলোঁ।

— হৰ্ক বহাদুৰ ছেত্ৰী
বঙাইগাঁও, অসম

# অধ্যায়ঃ প্ৰথম

কিতাপখনৰ বিষয়ে আগকথাত কিছু কোৱা হৈছে। অসমৰ সংগত সংস্কৃতি গঠনত আদিবাসী (সাওঁতাল) সম্প্ৰদায়ৰ ভূমিকা কেইটামান অধ্যায়ৰ আকাৰত লিখা বিৱৰণ বিভিন্ন শীৰ্ষত ভাগ কৰা হৈছে। অধ্যায় সমূহৰ অতি চমু আভাস তলত উল্লেখ কৰা হ'ল। কিতাপ খনি যুগুতাওঁতে বিভিন্ন ঠাই যেনে – উদালগুৰী, কুমাৰীকাটা, ওৰাং, ঢেকীয়াজুলি, তেজপুৰ আৰু দিশপুৰত বিভিন্ন শিক্ষাবিদ, সমাজসেৱক ও সাওঁতাল সাহিত্য সভা, জিলা সাহিত্য সভাৰ সংলাপ আদি সংযোগ কৰা হৈছে। নিজৰ উদ্দেশ্য আৰু তেওঁলোকৰ পৰামৰ্শ আদিৰে এই কিতাপখন আঠোটা অধ্যায়ত ভাগ কৰা হৈছে।

সকলো অধ্যায়ৰে সাৰমৰ্ম খিনি প্ৰথম অধ্যায়ত সন্নিবিষ্ট কৰাই প্ৰথমেই পাঠকসকলৰ দৃষ্টি আকৰ্ষণ কৰা হৈছে।

দ্বিতীয় অধ্যায়ত আদিবাসী সকলৰ ঐতিহাসিক পৰিচয়, সন্তাল বা সাওঁতাল সকলৰ ইষ্ট-ইণ্ডিয়া কোম্পানীৰ সময়ত পৰিস্থিতি প্ৰথম, দ্বিতীয় আৰু তৃতীয় খণ্ডত লিখা হৈছে।

তৃতীয় অধ্যায়ত অসমৰ আদিবাসী বা সাওঁতাল সকল আৰু তেওঁলোকৰ খেল বা উপখেলৰ পৰিচয় দিয়া হৈছে।

চতুৰ্থ অধ্যায়ত তেওঁলোকৰ পৰম্পৰাগত বিশ্বাস, আস্থা, দৃষ্টি জগত আৰু খৃষ্ট ধৰ্ম্মৰ প্ৰভাৱৰ উল্লেখ কৰা হৈছে।

পঞ্চম অধ্যায়ত তেওঁলোকৰ গাঁৱলীয়া জীৱন আৰু চাহবাগানৰ জীৱন আৰু অসমীয়া সংস্কৃতিৰ প্ৰভাৱ সম্পৰ্কে ব্যাখ্যা কৰা হৈছে।

ষষ্ঠ অধ্যায়ত তেওঁলোকৰ সাহিত্যিক জগত, 'ওলচিকী' লিপি, একাডেমী আৰু সাওঁতালী বা সাদৰী ভাষাৰ উল্লেখ কৰা হৈছে।

সপ্তম অধ্যায়ত ভাৰতীয় সংস্কৃতি, সাওঁতাল সংস্কৃতি আৰু মুক্তি যুজাঁৰু সকলৰ বিষয়ে কিছু বিস্তৃত ভাবে ব্যাখ্যা কৰা হৈছে।

অষ্টম অধ্যায় উপসংহাৰ হিচাপে উল্লেখিত কৰি তেওঁলোকৰ বৰ্ত্তমানৰ পিচপৰা অৱস্থা আৰু লিখকৰ ফালৰ পৰা কিছু পৰামৰ্শ আগবঢ়োৱা হৈছে – সাংস্কৃতিক আৰু জাতীয় উন্নয়ণৰ বাবে।

# অধ্যায়ঃ দ্বিতীয়

**পৰিচয় - প্ৰথম খণ্ড**

সাওঁতাল সকলৰ ঐতিহাসিক পৃষ্ঠ ভূমি ঃ

১। প্ৰস্তৰ যুগ আৰু প্ৰব্ৰজন।

২। আদিবাসী ঃ এটা জাতিবাচক সংজ্ঞা

৩। সন্তালী ভাষা ঃ ধ্বনি পৰিবৰ্ত্তন আৰু ধ্বনিতত্ত্ব

ক। ইতিহাসবিদ্ আৰু লিখক সকলৰ মন্তব্য

খ। একৰূপতা ঃ মূল আৰু তদ্ভব শব্দ

গ। জনজাতি ঃ দেশৰ আটাইতকৈ গৰিষ্ঠ সংখ্যক আৰু সংগঠিত জনজাতি

সিদ্ধান্ত ঃ বিশ্বভাষা পৰিবাৰ

**দ্বিতীয় খণ্ড ঃ**

ইষ্ট-ইণ্ডিয়া কোম্পানী

১। ভাৰতবৰ্ষত ইংৰাজৰ শাসন - ১৭৫৭চন

২। ইংৰাজ শাসনৰ প্ৰকৃতি

৩। কৃষিৰ ওপৰত ইয়াৰ প্ৰভাৱ

৪। খেতিয়ক সকলৰ দয়নীয় অৱস্থা

৫। প্ৰথম কৃষক বিদ্ৰোহ

৬। জনজাতি সকল ঃ স্বাধীনতাৰ আগত তেওঁলোকৰ আন্দোলন

৭। স্বতন্ত্ৰতা আন্দোলন

কৃষকৰ বিৰুদ্ধে ব্যৱহাৰৰ প্ৰতিক্ৰিয়া ঃ

**তৃতীয় খণ্ড ঃ**

অসম আৰু অসমীয়া ঃ ঐতিহাসিক পৃষ্ঠভূমি

১। অসমীয়া এটি সংগঠিত শব্দ

২। অসমত চাহখেতি

৩। অসমৰ বাহিৰৰ শ্ৰমিকৰ আগমন

৪। চাহ শ্ৰমিক সকল ঃ এটি মিশ্ৰিত সম্প্ৰদায়

৫। পাৰম্পৰিক প্ৰভাৱ

# অধ্যায়ঃ তৃতীয়

**প্ৰথম খণ্ড ঃ**

(ক) অসমত আদিবাসী লোকসকল

১। সাওঁতাল অথবা সন্তাল লোকসকল কোন?

২। সাওঁতাল লোকসকল ক'ত বাস কৰে?

(খ) সাওঁতাল গাঁৱবোৰ ঃ এটি সংগত বা সংগঠিত সংস্কৃতি

১। এটি সাওঁতাল ঘৰ

২। আস্থান আৰু প্ৰতিষ্ঠা

(গ) প্ৰকৃতি প্ৰেম

১। চাওঁতাল ধৰ্ম

২। বাহাপৰৱ ঃ প্ৰকৃতিৰ প্ৰতিফলন

**দ্বিতীয় খণ্ড ঃ**

(ক) সাওঁতাল সকলৰ বিভাজন

১। সাওঁতালে সাওঁতালক শাসন কৰে

২। অসমত সাওঁতাল সকল

(খ) এটি চমু বিস্তাৰ ঃ

১। শৈশৱ কাল

২। বিবাহ

৩। প্ৰশাসনিক শৃংখলা

(গ) সাওঁতাল সকল ঃ এটি বাস্তৱতা আৰু তেওঁলোকৰ গোত্ৰ বিভাজন বা উপখেল

১। উপাধি আৰু পদ

## অধ্যায়ঃ চতুৰ্থ

**পৰম্পৰাগত বিশ্বাস আৰু দৃষ্টি**

১। সাধাৰণ বিশ্বাস

২। সৃষ্টিকৰ্ত্তা আৰু উপশম

(ক) দৰ্শন ঃ বিশ্বাস আৰু আস্থা

(খ) ধৰ্ম ঃ আদিম

(গ) হিন্দু ধৰ্মৰ প্ৰভাৱ

(ঘ) খৃষ্টান ধৰ্ম ঃ দহটা ধৰ্মোপদেশ

(ঙ) সমাজ ব্যৱস্থা আৰু পৰম্পৰাগত ঐতিহ্য

১। পৰিৱেশ সুৰক্ষা

২। নাৰীৰ মৰ্য্যাদা।

---

## অধ্যায়ঃ পঞ্চম

**গাঁৱলীয়া জীৱন আৰু চাহবাগানৰ জীৱন ঃ**

(ক) গাঁৱলীয়া কৃষি (সুৰক্ষিত শ্ৰেণী - সাওঁতাল সকল) শ্ৰেণী

(খ) চাহবাগানৰ শ্ৰমিক (প্ৰাক্তন চাহ শ্ৰমিক সকল)

১। তিনিবিধৰ শ্ৰমিক সকল

২। সংগঠনবোৰ

(গ) অসম আৰু অসমীয়া সংস্কৃতি ঃ শংকৰী সংস্কৃতি

১। অসমীয়া সংস্কৃতি ঃ ভাষা সাহিত্য

২। শংকৰী সংস্কৃতি

৩। এটি আদৰ্শবাদী সংস্কৃতি ঃ এটি সংগঠিত একতা

(ঘ) সাওঁতাল সকলৰ ওপৰত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ

১। শিক্ষা

২। উৎসৱ

৩। সামাজিক স্থিতি

৪। সাহিত্য

## অধ্যায় ঃ ষষ্ঠ



---

## অধ্যায় ঃ সপ্তম

২। সাহৰায়

৩। জিৰেত কৰম্

৪। দাশায়

৫। ঝুমুৰ

৬। সামাজিক নৃত্যবোৰ ঃ লাগ্রে, দাহাৰ, গোলবাৰী।

৭। টুচু পূজা

৮। দুৰ্গা পূজা আৰু কালি পূজা

(ছ) প্ৰথম মুক্তি যুজাঁৰু ঃ তিলকা মাঁঝি (মুৰ্ম্মু)

(জ) প্ৰকৃতি প্ৰেম ঃ স্বাধীনতা প্ৰেমী

১। জীৱনৰ অধিকাৰ

২। স্বাধীনতা প্ৰেমী বীৰচা মুণ্ডা আৰু আন সকল

(ঝ) অসমীয়া জীৱনলৈ সাওঁতাল সকলৰ অৱদান ঃ

১। জীৱনৰ লক্ষ্য

২। সাহিত্যিক অৱদান

৩। অ-সাওঁতালী লেখক সকল

৪। সাহিত্যিক পৰিৱেশ বা বাতাবৰণ

(ঞ) সামাজিক পৰিৱেশ বা বাতাবৰণ

১। সামাজিক

২। ৰাজনৈতিক

৩। অৰ্থনৈতিক

৪। সাহিত্যিক

(ট) সাওঁতাল সকলৰ চিকাৰ ঃ

ধনু, কাঁড় আৰু দিচুম (চিকাৰ)

# অধ্যায়ঃ অষ্টম

**উপসংহাৰ ঃ**

**পূৰ্ণ পৰ্য্যায়ৰ উন্নতি ঃ**

**(ক) তুলনা ঃ সাওঁতাল সংস্কৃতি আৰু অসমীয়া সংস্কৃতি**

**(খ) পিচপৰি থকাৰ কাৰণ সমূহ**

**(গ) চৰকাৰৰ পদক্ষেপ**

**(ঘ) উন্নয়নৰ বাবে পৰামৰ্শ**

**(ঙ) কাৰ্য্যবিবৰণ আৰু সন্দৰ্ভ সূচী**

**দ্রষ্টব্য ঃ** বিভিন্ন শিক্ষাবিদ্ যেনে – পৰিমল চন্দ্র মিত্র , ডব্লিউ . জি. আৰ্চাৰ, ডঃ পি. বোডিং, ডঃ ওলাভ হড্‌নে আৰু ডঃ সুনীতি কুমাৰ চ্যাটাৰ্জী দেৱে 'চন্তাল' শব্দটো প্রয়োগ কৰা দেখা গৈছে। কিন্তু ইংৰাজীৰ 'Santal' শব্দ অনুসাৰে অসমীয়াতো কেতিয়াবা 'চন্তাল' শব্দটো প্রয়োগ কৰা হৈছে যদিও ইয়াত সাওঁতাল শব্দহে প্রয়োগ কৰা হ'ল। কিন্তু ভাষাটো 'সন্তালী'।

—— লেখক

# অধ্যায় ঃ দ্বিতীয়
## (খণ্ড - ক)

**পৰিচয় ঃ সাওঁতাল সকলৰ ঐতিহাসিক পৃষ্ঠভূমি**

'আদিবাসী' শব্দটোৱে আদিম মানুহ সকলৰ, অতি পুৰণি দিনৰ মানুহ হিচাপে পৰিচয় দি যায়; যিসকলৰ সামাজিক বিকাশ অতি পুৰণি দিনৰ; আদিম মানুহ, আদিম সংস্কৃতি- সাধাৰণ, পুৰণিকলীয়া পোচাক-পৰিচ্ছদ, অলপ বিকশিত অৱস্থাৰ মাজেৰে অহা, পুৰণি অস্ত্ৰ ধনু-কাঁড়, যাঠি-জোং, খোদনৰ ক'লা শিলত কটা অথবা নৱজাগৰণৰ আগৰ অৱস্থাৰ মানুহক বুজায়।

'আদিবাসী' শব্দটো জাতিগত আৰু সাধাৰণ প্ৰসঙ্গত লোৱা শব্দ, এটা বৰ্গৰ গুণবাচক বিশেষণ, সম্পূৰ্ণ জাতিটোক সাধাৰণ হিচাপে বুজোৱা শব্দ, কোনো বিশেষ হিচাপে নহয়। ই জাতিগত, সাধাৰণ, প্ৰাচীন আৰু বিশাল মানৱ জাতিৰ আৰম্ভণিৰ অৱস্থা। আদিম অৱস্থাত তেওঁলোকক আদিবাসী বুলি কোৱা হৈছিল। এই স্ব-দেশীয় মানুহসকলৰ পৰিচয় নিহিত থাকে দুটা প্ৰমুখ তত্ত্বৰ ওপৰত-উন্মুক্ত পৰিৱেশ আৰু অভিব্যক্তি। উন্মুক্ত পৰিৱেশ মানে তেওঁলোকৰ বাসস্থান, ভৌগোলিক পৰিসীমাত তেওঁলোকৰ পূৰ্বপুৰুষৰ গৃহভূমি। তেওঁলোকৰ এই মাতৃভূমি পৰিসীমাৰ প্ৰতি সম্পূৰ্ণ অধিকাৰ আছে যিটো তেওঁলোকৰ পূৰ্বপুৰুষে তেওঁলোকৰ হাতত অৰ্পণ কৰি গৈছে। ভূমি (জমিন), পানী (জল) আৰু বননি (জঙ্গল) যিটো তেওঁলোকৰ বাসস্থান তেওঁলোকৰ নিজা পৈত্ৰিক সম্পত্তি। সৃষ্টিৰ স্মৰনাতিত দিনৰে পৰা, আদিম মানৱৰ পুৱতি কুচ্-কাৱাজৰ পৰাই এই ধৰাৰ প্ৰতি, ওপৰত আৰু তলত তেওঁলোকৰ অধিকাৰ অটুট আছে।

'অভিব্যক্ত' শব্দটো মানুহৰ শক্তি, কৰ্ম, আচৰণ, আৰু ভাৱ প্ৰকাশক বুজায়। মাত্ৰ মানুহ হে এনেকুৱা প্ৰাণী যাৰ কথা কোৱাৰ স্বাভাৱিক সামৰ্থ্য আছে। আমাৰ চিন্তা-ধাৰণাবোৰ প্ৰকাশ কৰা হয় কথাৰ প্ৰসঙ্গেৰে আৰু বক্তব্যৰে, ক্ৰম বিকাশৰ স্তৰ অনুসাৰে বৰ্ত্তমানৰ মানদণ্ডলৈ আহি পাইছে। সেয়ে, মানুহক সা-সৰঞ্জাম ও উপকৰণ প্ৰয়োগ কৰিব পৰা প্ৰাণী বুলি কোৱা হৈছে আৰু মানবীয় উন্নতিটোও উক্ত সংস্কৃতিৰে উপযুক্ত পৰিণাম বুলি কোৱা হৈছে। সেই সৰঞ্জাম প্ৰস্তুত কৰিবলৈ তেওঁলোকে প্ৰকৃতিৰ ওপৰতো আধিপত্য বিস্তাৰ কৰিলে যাৰ একমাত্ৰ উদ্দেশ্য হ'ল জীৱনটো সুখী আৰু আৰামদায়ক কৰি তোলা। এই পাৰ্থিৱ ইতিহাসখন মানুহৰ উন্নতিৰ লেখা

জোখা- মাত্র , সৰঞ্জাম বিহীন, নাঙঠ অৱস্থাৰ পৰা বৰ্তমানৰ যান্ত্রিক জটিল অৱস্থালৈকে মানুহৰ সফলতাৰ তথ্য হিচাপে বৈ আছে।

১। প্রস্তৰ যুগ ঃ

মানুহে যেতিয়া প্রস্তৰ যুগ পালেহি তাকেই সভ্যতাৰ প্রথম অৱস্থা বুলি কোৱা যায়। অঘৰী সকলে যেতিয়া পোৰা মাংসৰ সোৱাদ পালে সেইটোৱেই তেওঁলোকক জুয়ে যে সুৰক্ষা দিব পাৰে তাৰ জ্ঞান এটা পালে। ক্রমে, তেওঁলোকে খেতি কৰা আৰু জন্তু পুহি ৰখাৰ সাধাৰণ জ্ঞান আহৰণ কৰিলে। যেতিয়া মানুহৰ ইচ্ছা শক্তি বাঢ়িলে তেওঁলোকে কিছুমান বস্তুৰ অভাব বোধ কৰিলে। সেই আদিম মানুহৰ অৱস্থাটোক কোল, সাওঁতাল, ভীল, মুণ্ডা, ওঁৰাও আৰু গোণ্ড আদি সকলৰ সময় বুলি কোৱা হয়।

ভাৰতবৰ্ষৰ দক্ষিণফালে বিন্ধ্যাচলৰ আশে-পাশে, উত্তৰপ্রদেশ, বিহাৰ, উৰিষ্যা আৰু দাঁতি কাষৰীয়া ঠাই য'ত ক'লা বৰণীয়া, কেকুঁৰা চুলীয়া, চুটি কিন্তু বহল নাক থকা মানুহ বাস কৰিছিল। এই মানুহবোৰৰ সম্বন্ধ আফ্রিকা মহাদেশৰ ক'লা মানুহৰ লগত যাক 'নিগ্রো' বুলি কোৱা হয়। এই কথাখিনি ইউৰোপৰ ৰোমত ৮০০খৃঃপূঃত পোৱা মানচিত্রৰ দ্বাৰা প্রমাণ কৰা হৈছে। কিছুমান মানুহ ভাৰতৰ উত্তৰ আৰু উত্তৰ পশ্চিম ফালেদি মেচোপটেমিয়া পাৰহৈ বেলুচিস্থান হৈ এই দেশত প্রৱেশ কৰিলে যিসকলক 'দ্রাবিড়' বুলি কোৱা হয়। ইতিহাসে এই ধৰণে প্রমাণ কৰে যে তেওঁলোকে পৃথিৱী, সাপ আৰু গছক পূজা কৰিছিল। এটা সময়ত তেওঁলোকে ভাৰতৰ দক্ষিণত থকা মানুহক পৰাস্ত কৰি জয় কৰিলে। দ্রাবিড় সকলে দাক্ষিণাত্যত বাস কৰিবলৈ ল'লে। তেওঁলোকৰ উদাৰমনে পৰাস্ত সকলকো আকোঁৱালি ল'লে আৰু সময়ত তেওঁলোক ৰ লগত বৈবাহিক সম্বন্ধও গঢ়িলে। ভাষা আৰু সংস্কৃতি আদিমবাসী বা আদিবাসী সকলৰ পৰা কিছু আহৰণো কৰিলে।

মানুহৰ আটাইতকৈ মহত্বপূৰ্ণ ব্যৱহাৰৰ মাধ্যম হ'ল ভাষা। যেতিয়া আমি কোনোবা এটা নজনা ভাষাৰ কথা যদি শুনো, তেন্তে ভাষাটোৱে কোনো অৰ্থ কঢ়িয়াই আনিব নোৱাৰে, কিন্তু সেইটোৱেই আন কিছুমানৰ কাৰণে বাৰ্ত্তা কঢ়িয়াই আনে যি সকলে ভাষাটোৰ বিষয়ে জানে বা বুজি পায়। পৃথিৱীত মানৱ জাতিৰ প্রয়োগৰ ভাষা বহুতো। এই ভাষাবোৰৰ কিছুমানৰ লিপি আছে আৰু কিছুমানৰ নাই যি বিলাকক কথিত ভাষা বুলি কোৱা হয়।

আমি ইয়াত তেনেকুৱা ভাষা এটাৰ বিষয়ে, ইয়াৰ ক্রমবিকাশৰ বিষয়ে ক'ব

খুজিছোঁ। যাক কোল (সন্থাল বা সন্তাল) ভাষী বুলি ভাৰতত সকলোৱে জানে।

এই কোল ভাষী মানুহৰ আদিম অৱস্থাৰ বিষয়ে জানিবলৈ হ'লে ভাৰত চৰকাৰৰ দ্বাৰা অধ্যয়ন প্ৰাপ্ত ডঃ বিৰজা কুমাৰ গুহ দেৱৰ নৃতাত্ত্বিক অনুসন্ধানৰ "Racial elements in the Indian population" (Oxford pamphlets on Indian affairs - No. 22) ৰ বিষয়ে জানিব লাগিব।

প্ৰবজন ঃ নৃতাত্ত্বিক অনুসন্ধানৰ চমু টোকা।

ভাৰতবৰ্ষত মানৱ জাতিৰ প্ৰথম সূত্ৰপাত বা জনসংখ্যাৰ বিষয়ে সঠিক কোনো প্ৰমাণ নাই। বিভিন্ন সময়ত বিভিন্ন সমূহ হিচাপে প্ৰাগ্ ঐতিহাসিক যুগৰ পৰাই আগমন ঘটিছে। তেওঁলোকৰ বিষয়ে তলৰ তথ্য সমূহ দিয় হ'ল –

1. The first group of such people entered in pre-historic stone age from Africa via Arab. They are known as Negrait or Negribotu.

2. The second group of such people entered next to them and spread all over India and beyond India like Malenesia, Polenesia, etc. from west Asia and known as Proto - Austroloid people i.e. , Kol people like Munda, Santhal, Gond etc.

3. The third group of people known as Mediterranean race from Greece, Agean Island, Misor, Palestain, Syria, Asia Minor etc. entered next to them in three batches.

4. The fourth group known as western Brachyeephals entered in three batches from Mesopotemia and Asia Minor.

5. The next group as Nordic people entered via Iran and Afganisthan from Mediterranean area.

6. The last gruop of people known as Mongoloid entered from east and north of India, crossing the Himalayan range.

All these people may be called Proto-Austroloid or Austric group of people.

আৰ্য্যসকলে ভাৰতত পদাৰ্পন কৰাৰ বহুবছৰ আগতে অষ্ট্ৰিক ভাষা কোৱা মানুহ ভাৰতত আছিল। তেওঁলোকৰ বিষয়ে সংস্কৃত সাহিত্যত প্ৰাসংগিকভাৱে উল্লেখ

পোৱা যায়। অষ্ট্ৰিক ভাষী লোকসকলে ভাৰতৰ নদী সমূহৰ পাৰত বা তেনে নিকটৱৰ্তী এলেকাত বসবাস কৰিছিল বিশেষকৈ গঙ্গানদীৰ উপত্যকা আৰু সিন্ধু নদীৰ পাৰত বাস কৰি ভাৰতত কৃষি সভ্যতাৰ পাতনি মেলে। তেওঁলোকৰ ধৰ্ম ও ধাৰণা, সংস্কাৰ আৰু উৎসৱ সমূহ ক্ৰমে ক্ৰমে আহি বৰ্ত্তমানৰ সংহত আৰ্য্য সংস্কৃতিত সমাবেশ ঘটিছে অনাৰ্য্য সংস্কৃতিত যিটো হিন্দুত্ব বুনিয়াদ বুলি জনা যায়। এইলোক সকলক পুৰণি সংস্কৃত সাহিত্যত 'নিষাদ' বুলি কোৱা হৈছিল। তেওঁলোকৰ জাতিৰ কিছুমানক 'ভীল্ল' আৰু স্কোল (আধুনিক ভাৰতীয় ভীল আৰু কোল); পুলিণ্ড, মাতঙ্গ, সমনপাল (আধুনিক ভাৰতত সাওঁতাল, সন্থাল বা সন্তাল) মুণ্ডা (আধুনিক ভাৰতত মুণ্ডৰী) আৰু পুণ্ড (আধুনিক ভাৰতত পুন) বুলি কোৱা হয়।

২। আদিবাসী ঃ এটা জাতিবাচক সংজ্ঞা

নেগ্ৰিবটু মানুহ সমূহৰ প্ৰথম দলটোৰ বিষয়ে ভাৰতত আজিও কোনো শুংসূত্ৰ পোৱা হোৱা নাই। এইটো কোৱা হয় যে তেওঁলোক আন দল সমূহৰ লগত সানমিহলি গৈ গ'ল আৰু কালক্ৰমত নিজৰ একচেতিয়া পৰিচয় বা অস্তিত্ব হেৰুৱাই পেলালে। যিয়ে নহওঁক, কোল মানুহৰ দ্বিতীয় দলটো আৰু তেওঁলোকৰ ভাষাটোকেই আদিম আৰু বিশেষভাৱে প্ৰমাণিত ভাৰতীয় মানুহৰ ভাষা বুলি ক'ব পৰা যায়। তেওঁলোকক 'আদিবাসী' বুলি কোৱা হয়, যিহেতু তেওঁলোক আটাইতকৈ পুৰণি ভাৰতীয় নিবাসী। বৰ্ত্তমান ভাৰতত আদিবাসী সকলৰ ১৩৩টাতকৈ বেচি উপসম্প্ৰদায় বা খেল আছে। 'কোল' সকলক বিশেষকৈ কেইটামান বংশ বা গোত্ৰত বিভাজন কৰা হৈছে। – মুণ্ডা, সন্থাল, গোণ্ড, সবৰ, ভূমিজ, বীৰহোড়, কুৰ্ক, কোড়া, গোদাব, হো ইত্যাদি। কিন্তু আধুনিক যুগৰ এইধৰণৰ বিভাজন প্ৰাগ ঐতিহাসিক যুগত দেখা পোৱা নগৈছিল। এইবোৰ পিচত হোৱা বিকাশ। তেওঁলোকৰ সকলোৱেই উচ্চাৰণৰ অলপ ভিন্নতাত থাকিলেও একেই ধৰণৰ শব্দবোৰ ব্যবহাৰ কৰে। তেওঁলোকৰ ৫০ভাগ মানুহেই আজি সন্থালি বা সন্তালি ভাষা কয়। সেয়ে, কোল সকলৰ সন্থাল ভাষাটোক মুখ্য বা মূল সুতিৰ ভাষা বুলি ধৰিব পৰা যায়।

ইয়াৰ লগতে ক'ব পাৰি সন্থাল সকল ভাৰতৰ আটাইতকৈ বৃহৎ আৰু অত্যন্ত সংগঠিত আৰু সম্ভৱত আদিম অৱস্থাক প্ৰতিনিধিত্ব কৰিব পৰা পূব ভাৰতৰ এটা জাতি। ইণ্ডো-মেলানিজ জাতি হিচাপে আৰু অনাৰ্য্য ভাষী হিচাপে, সন্তালি সকলে আগমনৰ ক্ষেত্ৰত ভাৰতবৰ্ষত আৰ্য্য আৰু দ্ৰাবিড় সকলক পিচ পেলাইছে। এতিয়াও বহু পৰিমানে হিন্দু বা মুছলিম সকলৰ ব্যৱহাৰিক পৰিপাটি আৰু অভ্যাসৰ দ্বাৰা

অপ্রভাবিত হৈয়ে আছে।

ভাষাবিদ সকলে পুৰণি ভাৰতীয় লেখনত কিছুমান গ্ৰীক শব্দৰ নমুনা পাইছে। সেই শব্দবোৰৰ উদ্ধৃতি কোল ভাষাৰ অবিয়তে ইয়াৰ পিছত উল্লেখ কৰা হৈছে। যাতে তেওঁলোকৰ ভাষা মূল ভেটি একেই আছিল সেইটো তেনেকৈ থাকে আৰু তেওঁলোকৰো যে উৎপত্তি স্থল গ্ৰীচ, এগিয়ান দ্বীপ, মিচৰ ইত্যাদি আছিল আৰু ভাৰতলৈ অহাৰ আগতে বহুবছৰ তাতেই আছিল — এইটো স্পষ্ট হৈ আছে।

৩। সন্তালি ভাষা : ভাষাবিজ্ঞান আৰু সাংকেতিক ভাবানুবাদ

ইতিহাসবিদ আৰু প্ৰত্নতত্ত্ব বিদ সকলে দৃঢ় ভাবে কৈছে যে সন্তাল অথবা কোল সকল ভাৰতৰ আটাইতকৈ বৃহৎ জাতি হিচাপে পৰিচিত আছিল। আৰ্য্য অথবা দ্ৰাবিড় সকলৰ আগৰ সময়ৰ তথ্য আৰু প্ৰমাণ তেওঁলোকৰ হাতত আছে। তেওঁলোকৰ ভাষাই বিশ্বৰ অন্যান্য ভাষাৰ শব্দ গঠনত নিজাববীয়াকৈ পৃথিবীৰ বিভিন্ন দেশে ভিন্ন-ভিন্ন নিয়ম অবলম্বন কৰিছে। কিন্তু সেইবোৰ সকলো ভাষাই এক শব্দাংশে থকা কোল শব্দৰ পৰা বহু শব্দাংশিক প্ৰাকৃত শব্দ গঠন আৰু শব্দ ধ্বনিত কিছু সংস্কাৰ কৰি নিজৰ ভাষা কৰি লৈছে। এই ধৰণেৰে বিকশিত ভাষাবোৰে কোল ভাষাৰ ক্ৰিয়া কালৰ প্ৰত্যয় আৰু কাৰকবোৰ কোনো বিকল্প নথকাকৈ পৰিহাৰ কৰিছে। তাৰ পৰিবৰ্তে তেওঁলোকে নিজাববীয়াকৈ প্ৰত্যয় শব্দৰ মাজত প্ৰত্যয় আৰু উপসৰ্গ তথা অব্যয় প্ৰয়োগ কৰি কাল কাৰকৰ অস্তিত্বৰূপ দেখুৱাইছে।

কিন্তু তথাপিও তেওঁলোকৰ সকলোবোৰ ভাষাতেই কোল ভাষাৰ নিয়ম আৰু ব্যাকৰণ প্ৰয়োগ হৈ আছিছে।

সন্তালি ভাষাৰ ভাষাবিজ্ঞান আৰু সাংকেতিক ভাবানুবাদ চমুকৈ ইংৰাজীতে তলত উল্লেখ কৰা হ'ল।

ভাষা বিজ্ঞান : সন্তালি ভাষাৰ স্বৰ বৰ্ণ : আখৰ (নতুনকৈ বিকশিত ভাষাত)

O a, i, u, e, o

| | |
|---|---|
| Sonants - Nil | i + i = I |
| | u + u = u |
| Sontals - Nil | oi + o i |
| | ou = ou |
| | Ri |
| | Li |

Consonants - ব্যঞ্জন বৰ্ণ

K, Kh, g, gh, n`, n      visarga - In vedic literature

Palatal - C, ch, j, jh, n`, y, e, s, -rh

Cacuminal - t, th, d, dh, r,      S + S = S (Retroflex)

n + n = n

Dental - t, th, d, dh, n, r, l, s, t

Bilabial - P, ph, b, bh, m, j, p,w,

কিছুমান যৌগিক আৰু জটিল আখৰ ঃ

উদাহৰণ - Ko + Lo = Klo + l = Kli + l = KLi

Kor + u = Kru + u = Krû

Kar + l = Kri

Ko + Ko = Kho

Bar + l = Bri and so on

টিপ্পনী ঃ এইখনেই অন্তিম তালিকা নহয়। শব্দবোৰৰ ভাঙনি আন বিভিন্ন ভাষাবোৰৰ লগতো আলোচনা কৰিব পৰা যায়।

সাংকেতিক ভাবানুবাদ ঃ

সাংকেতিক চিহ্নবোৰ সাধাৰণতে ৰোমান লিপিতহে দিয়া হয়। সেই চিহ্নবোৰ তলত দিয়া হ'ল ঃ

Vowel :

| | | |
|---|---|---|
| o = open, vowel like eng | - | Morning, pot, dot |
| a = | - | Father |
| i = | - | give |
| I+I =Resultant use as | - | I |
| U = Resultant use as | - | Put |
| U+U= Resultant use as | - | U |
| E = | - | Bend |
| O = | - ... | Bore |
| Ri = | - | Ri |
| Li = | - | Li |

**Consonats :**

a. Nasalization sounds - on the top of a letter as in ã, õ,o,etc.

b. A dot below to show the caluminal accent as in t, tho, s, n, r, rh, d, dh, etc.

c. An accent to show the palatal sound as - in n, s

d. A dot on n used, sound like ng in Eng.

e. An accent or dot on Ke + P on the right top used to show character is checked consonant.

f. Checked consonant - K, e are unexploded sound and t, p, are help exploded sound.

g. Aspirated sound shown by - h added kh, dh, ch, etc. Visargo sound

h. G - used always as had sound shown like Gay and Y - semi consonant like J in english.

i. N - a palatal sound like gn - in english.

j. Vowels change in euphonical combination for harmonic sequence.

k. Where no diacritical marks are used, the Pronunciation is with some reservation the same as in english.

(ক) ইতিহাসবিদ্ সকলৰ মন্তব্য :

নৃতত্ব বিদ্‌সকলে যদিও মানব জাতিৰ আদিম উৎপত্তি স্থানৰ বিষয়ে আমাক তথ্য দিব পৰা নাই, তথাপিও কোন ভাষাৰ শব্দবোৰৰ জৰিয়তে মানৱ জাতিৰ উৎপত্তি স্থল হিচাপে দুখন ঠাইৰ নাম উল্লেখ কৰিব পৰা যায়, যিটোৱে আমাক মানৱ জাতিৰ উৎপত্তিৰ বিষয়ে আৰু তেওঁলোক প্ৰাগ্ ঐতিহাসিক যুগতে পৰা পৃথিৱীৰ বিভিন্ন দেশলৈ কেনেকৈ সিঁচৰতি হ'ল সেইবোৰ কাৰণৰ বিষয়ে জানিব পাৰি।

(1) German - the original human being.

(2) (Jar - original, unvernished + manwa> Man = human being)

(3) Perasya - Yes, to set going [parsao = to set going + ho>ye= Yes, also]

(4) Actual meaning of the word Kol is, Kol - to send.

এইটো স্পষ্ট হয় যে যিটো জাতিক 'কোল' বুলি কোৱা হৈছে তেওঁলোকক পাৰস্য দেশৰ মাজেদি পৃথিৱীৰ বিভিন্ন দেশলৈ বিধিবদ্ধভাবে পঠোৱা হৈছিল, আৰু যিসকলে তেওঁলোকক আগুৱাই যাবলৈ ক'লে তেওঁলোকৰ বিষয়ে উদ্ধৃত ঠাই আছিল জাৰ্মানী য'ত সকলো মানুহৰেই এটা মাত্ৰ ভাষা আছিল। মানুহৰ এনে ধৰণৰ বিচৰণ বা চলন-ফুৰণ সম্ভৱতঃ তেওঁলোকৰ সংখ্যা বৃদ্ধি হোৱাৰ কাৰণেই আজি পৰ্য্যন্ত প্ৰাগ্ ঐতিহাসিক যুগৰ পৰাই চলি আহিছে।

বহু বিৰতিৰ পিচত, এই ধৰণে আগুৱাই পঠোৱা মানুহ সকলে তেওঁলোকৰ তেতিয়াৰ বাসস্থান আকৌ সলনি কৰিবলগীয়া হ'ল আন কোনোবা এখন ঠাইলৈ বিভিন্ন কাৰণৰ বাবে — নিজৰ গোষ্ঠীগত দ্বন্দৰ বাবে, প্ৰাকৃতিক কাৰণত, জনসংখ্যা বৃদ্ধিৰ বাবে, ভূমিৰ অভাৱৰ বাবে নাইবা আন কোনো অজানিত কাৰণৰ বাবে - পৃথিৱীৰ বিভিন্ন ঠাইলৈ সিঁচৰতি হৈ পৰিল। এই ধৰণৰ বিচৰণ এঠাইৰ পৰা আন ঠাইলৈকে প্ৰাগ্ ঐতিহাসিক যুগৰ পৰাই মানুহে কৰি আহিছে।

যিসকল মানুহ ভাৰতলৈ আহিলে তেওঁলোকক 'কোল' বুলি কোৱা হ'ল তেনেকৈ ইংলেণ্ডৰে যোৱা সকলক 'কেল্ট' আৰু ফ্ৰান্সলৈ যি সকল গ'ল তেওঁলোকক 'গাল' বুলি কোৱা হ'ল। সেয়ে, পৃথিৱীৰ বিভিন্ন ঠাইলৈ সিঁচৰতি হোৱা মানুহ সকল গঠনত, চেহেৰাত, উচ্চতাত, সংস্কৃতি বা পৰম্পৰাত, খাদ্য আহৰণত অথবা জীৱিকা প্ৰণালীত যথেষ্ট মাত্ৰাত সলনি হ'ল বিভিন্ন ঠাইৰ জলবায়ুৰ বাবে, নানান প্ৰাকৃতিক প্ৰভাৱৰ বাবে যিহেতু তেওঁলোক একে ঠাইতে বহু শতিকা জুৰি বাস কৰি আছিল। স্থানীয় উত্তাপ, বতাহ, বৰষুণ, পোহৰৰ প্ৰখৰতা, উচ্চতা অথবা পৰিৱেশ তেওঁলোকৰ ওপৰত যথেষ্ট মাত্ৰাত প্ৰভাৱ পেলালে।

সংস্কৃতি আৰু সভ্যতাৰ বিকাশৰ লগে লগে বিভিন্ন দেশত বিভিন্ন প্ৰকাৰে ভাষাৰ পৰিবৰ্ত্তন ও উন্নতি হৈ আহিল; কিন্তু ভাষাৰ আদি মূল বা সোঁত একেই থাকিল। এইটোৱেই কাৰণ যে 'কোল' ভাষাই পৃথিৱীৰ বিভিন্ন ভাষাৰ লগত কেনেকৈ সম্বন্ধ গঢ়িলে আৰু ভাষাবিদ্ সকলে বিশ্বৰ বিভিন্ন ভাষাবোৰৰ মাজত অনুৰূপ সাদৃশ্যতা বা আধাৰ বিচাৰি পালে।

এইটোও এটা মন কৰিবলগীয়া কথা যে, এক শ্ৰেণীৰ মানুহে সভ্যতা আৰু সংস্কৃতিৰ বিকাশৰ ফল কেতিয়াও ভাগ পোৱা নাই, তেওঁলোক ভাষাৰ আদিম অৱস্থা বা স্তৰতে সীমাবদ্ধ হৈয়ে থাকিল। এতিয়া হাজাৰ হাজাৰ বছৰ বংশানুক্ৰমৰ পিচত তেওঁলোক আৰু বিশ্বৰ সভ্য মানুহৰ মাজত ইমান ভিন্নতা স্পষ্ট হ'ল যে ভাবিবলৈ

তেনেই স্বাভাৱিক হৈ পৰিল যেন তেওঁলোক এটা বেলেগ জাতি। আমাৰ প্ৰথম বংশধৰ সকল সু-সভ্য আছিল নেকি? যদি নাছিল আমি ওপৰত উল্লেখ কৰা কথাবাৰৰ ওপৰতসমৰ্থন নকৰিলে বিকল্প আমাৰ হাতত নাই যিহেতু মানৱ সভ্যতাৰ সূত্ৰপাত বা তাৰ কিছু শতাব্দীৰ পিচত তাত আৰু বেলেগ মানুহ নাছিল যাৰ ভাষা আৰু সংস্কৃতিৰ মূল আজিৰ মানৱ জগতত বৰ্ত্তি আছে। বসবাসৰ ঠাইৰ নাম অনুসৰি ইতিমধ্যে ইংলেণ্ড, ফ্ৰান্স, ইটালী, গ্ৰীক, ইউৰোপ, এছিয়া, চীন, ৰাছিয়া, ইৰাণ, মিচৰ, ভাৰতবৰ্ষ বা বঙ্গদেশ ইত্যাদিৰ অৰ্থ আৰু সেইবোৰৰ ভিন্নতা পোৱা গৈছে। ভৰতৰ নাম অনুসৰি এই দেশখনৰ নাম ভাৰতবৰ্ষ হৈছে বুলি কোৱা ধাৰণাটোও আজি বেলেগ অৰ্থত পোৱা যায়। 'ভৰোত' শব্দটোৰ অৰ্থ হ'ল যিজনে ভয় আঁতৰ কৰে, এজন নিৰ্ভীক বা যোদ্ধা।

[Bha - Fear + rot = to peel off. Another word here may be brought for clarification in this contex. The meaning of the name of the great poet of ancient greece - Roman<Homor= to mourn and speak, to wail, etc.]

আগতেই উল্লেখ কৰা হৈছে যে ভাষাবিদ্ সকলে বিশ্বৰ বিভিন্ন ভাষাবোৰৰ মাজত অনুৰূপতা বিচাৰি পাইছে আৰু এইটো সিদ্ধান্তলৈ আহিছে যে সেই ভাষাবোৰৰ আদি মূল কিছুমান জনজাতি ভাষাবোৰৰ পৰাই সৃষ্টি হৈছে।

কিন্তু তেওঁলোক সেই নিৰ্দ্দিষ্ট ভাষাটোৰ পৰিচয় লোৱাত বিফল হৈছে আৰু সেয়ে, তেওঁলোকে জনজাতি ভাষাৰ কিছুমান কাল্পনিক বা ধাৰণা কৰি লোৱা নমুনাবোৰকে বিভিন্ন ভাষাৰ আদি মূল বুলি কৈছে। এইবোৰ তথ্যৰ ওপৰত ভিত্তি কৰি তলত কিছুমান উদাহৰণ দাঙি ধৰা হ'ল -- যিবিলাকে বিভিন্ন বিকশিত ভাষাবোৰৰ আদি মূল যে কোল শব্দ আছিল প্ৰমাণ কৰিব পাৰে। ভাৰতবৰ্ষৰ আটাইতকৈ বৃহৎ জনগোষ্ঠী হোৱা হেতুকে আদি মূল প্ৰসঙ্গটো আজি পৰ্য্যন্ত উলাই কৰিব নোৱাৰি। বিভিন্ন ভাষাৰ শব্দবোৰে ওপৰত উল্লেখ কৰা কথাখিনিক তলত দিয়া যুক্তি-যুক্ততাৰে সমৰ্থন কৰিব পাৰে।

**(খ) সাদৃশ্যতা : মূল আৰু প্ৰজন্মিত শব্দবোৰ**

তলত উল্লেখ কৰা নক্সাটোৱে মূল শব্দ আৰু বিভিন্ন ভাষাত সেইবোৰৰ ব্যৱহাৰ সম্পূৰ্ণকৈ স্পষ্ট কৰিব পাৰে যে আদিবাসী (কোল) ভাষাটোৱে কেনেকৈ বিশ্বৰ আন ভাষাবোৰক প্ৰভাৱিত কৰিছিল।

চতুৰ্থৰ পৰা ষষ্ঠ পৰ্য্যায়ৰ দলৰ বিষয়ে কোৱাৰ আগতে আমি খৃষ্টপূৰ্ব ৩০০০বছৰ আগতে হিন্দু বা সিন্ধু সভ্যতাৰ প্ৰতিষ্ঠা কৰে। অকল সিন্ধু সভ্যতাই নহয়, তাৰ আগতেও ভাৰতত অতি পুৰণি সভ্যতা গঢ়ি উঠিছিল। সেই পুৰণি সভ্যতা সমূহ উক্ত তিনিটা দলৰ মানুহৰ দ্বাৰাই প্ৰতিষ্ঠিত হৈছিল। কিছুমান ঠাইৰ নামৰ পৰা আৰু পুৰণি লেখন বা লিপি লেখনৰ পৰা কিছুমান ঐতিহাসিক তথ্য জানিব পৰা যায় যিবিলাক শব্দ কোল ভাষাৰ পৰা তলত দিয়া ধৰণে উল্লেখ কৰা হ'ল —

(1) Mohenjodorho = oh, readiness for a strong hold (fort) [Mohenjo = readiness + ho > o = oh + dorho = strongly strong + ok > o = suffix ]

(2) Horoppa = to guard the alighted twister (fort) [Horho > Hor = to guard + op = to alight + pak > pa = towist + ak > a = suffix]

(3) Larkana = A construction once round like a chain [ lar = once round like a chain + kana = a verbal, these suffix indicating present tense].

(4) Ilora = The inception is secretly covered [I lok > Ilo = secretly covered, feathered + or = Inception + aK > a = suffix]

(5) Mathura < Mathore = Honourable place.

(6) Lohore = A dig causing to sink. [ La = to dig + horok > horo = to sink ]

(7) Kusan < Kusian = owner of enormous grain.

এই ধৰণৰ আন শব্দ কিছুমান আছে যিবিলাকে কোল শব্দৰ পৰা উৎপত্তি হোৱাকে সূচায় আৰু পিচলৈ স্থানীয় ভাষাবোৰত ব্যৱহৃত হোৱা দেখা যায়।

নৃতত্ত্ববিদ সকলৰ মতে — চতুৰ্থ দল যিটো পশ্চিমীয়া ব্ৰাচিফাল্‌চ বুলিজনা গৈছে - যাক ভূমধ্য সাগৰীয় জাতি বুলি জনা গৈছে প্ৰায় খৃ:পূ: ৩০০০বছৰৰ আগতে মোচোপটোমিয়াৰ পৰা ভাৰতত সোমাইছিল।

ইয়াৰ যথেষ্ঠ কাৰণ আছে। বিশ্বাস কৰিব পাৰি যে এই বিশিষ্ট সংস্কৃতি সম্পন্ন জাতিটোৱে আছিল দ্ৰাবিড়। জেমচ হৰ্নেলে দ্ৰাবিড় সকলৰ ওপৰত পোষণ কৰা অভিমত (The origin of the ethnological significance of Indian

boat designs, Memories of the A.S.B. 1920, Vol. - VII, No - 3 P. 225-226) এইটোৱেই যে তেওঁলোক ভূমধ্য সাগৰীয় জাতিৰ মানুহ আছিল যিসকল কিছু সময়ৰ বাবে মেচোপটেমিয়াত বাস কৰিছিল। পিচলৈ আক্কাডিয়ান বা চেমিটিসকলৰ দমনৰ ফলস্বৰূপে তেওঁলোক ভাৰতবৰ্ষত সোমাল বেলুচিস্তান হৈ। ব্ৰাহুই ভাষাত তেওঁলোকৰ উপস্থিতিৰ বিষয়ে উল্লেখ পোৱা যায়, আৰু দাক্ষিণাত্যত থকা আদিম নেগ্ৰিটো আৰু প্ৰোটো-পলেনেচিয়া মানুহৰ লগত সমাৱেশ হোৱাৰ আগতে সিন্ধু আৰু গঙ্গা উপত্যকাত সিচঁৰতি হৈ পৰে।

ঐতিহাসিক তথ্য সমূহে ভাষাৰ ওপৰত স্পষ্টকৈ এইটোৱে চিত্ৰ দাঙি ধৰে যে দ্ৰাবিড়ীয় ভাষাবোৰৰ ভাৰতৰ বৈদিক সাহিত্যত কোনো প্ৰভাৱ পৰা নাছিল বা কোনো অৱদান নাছিল। দ্ৰাবিড়ীয় ভাষাৰ পৰা লোৱা হিচাপে বৈদিক সাহিত্যত এটাও বাক্য পোৱা যায় বুলি ক'ব নোৱাৰি; কিন্তু সংস্কৃত সাহিত্যৰ ক্ষেত্ৰত দ্ৰাবিড়ীয় ভাষাবোৰৰ যথেষ্ট অৱদান আছে।

আনহাতে যেতিয়া দ্ৰাবিড়ীয় ভাষাৰ শব্দবোৰ কোল শব্দৰ লগত তুলনা কৰা যায়, তেতিয়া কিন্তু দুয়োটা ভাষাৰ মূল শব্দবোৰ একেই থকা দেখা যায়। কিছুমান তেনেকুৱা শব্দৰ উদাহৰণ তলত উল্লেখ কৰা হ'ল —

| Kol | Tamil | English |
|---|---|---|
| Kodi | Kodi | Twenty |
| Ina | Inatu | This |
| Isara | Isara | To hint |
| Orak | Oraivu | Home |
| Nasti | Natti | No, Nothing |

ভাষাবিদ সকলৰ মতে ভাৰতলৈ আগমন কৰা পঞ্চম দলটো আছিল আৰ্য্যসকল। তেওঁলোকে নিজৰ লগত উচ্চমান সম্পন্ন সংস্কৃতি আৰু ভাষা যেনে - - বৈদিক আৰু প্ৰাকৃত লৈ আহিছিল। কিন্তু ভাষাবিদ সকলে আৰ্য্য শব্দৰ অৰ্থটো ভুলক্ৰমে বুজিলে। মাননীয় পৰিমল চন্দ্ৰ মিত্ৰদেৱৰ মতে এই শব্দটো তেতিয়াৰ দিনত যেতিয়া ৰজা বা মন্ত্ৰী অথবা ঋষি সকল একত্ৰিত হৈছিল, তেতিয়া সম্বোধনৰ উদ্দেশ্য প্ৰয়োগ কৰা হৈছিল অথবা আপোনজনক স্বাগতম জনাবলৈ ব্যৱহাৰ কৰা হৈছিল।

কথাখিনিৰ প্ৰসঙ্গ ইংৰাজীতে উল্লেখ কৰা হ'ল —

The meaning of the words - Iyo, Arye, as eciphere with the help of Kol words.

Comes as Iyo Arye = Hark ye, salutation to the freeman / Hark, solutation to ye the freeman.

[Iyo - Hark ye = Arak > Ara = Free (person) + Johar >Joha = solution =+ ho > y = yes. + e = he/him]

সেয়ে, ওপৰত উল্লেখ কৰা অনুসাৰে এই শব্দটোৱে কোনো জাতিৰ নাম বুজোৱা হিচাপে ইংগিত কৰা নাই, ই কেৱল এজনে আনজনক শুভেচ্ছা জনাওঁতেহে প্ৰয়োগ কৰা হৈছিল। পুৰণি ভাষা বিলাকৰ ওপৰত অধ্যয়নে প্ৰমাণ কৰিছে যে বৈদিক আৰু প্ৰাকৃত্ত ভাষা আৰু সাহিত্য, চতুৰ্থ আৰু পঞ্চম দলৰ আগমন খৃ:পূ: ৩০০০বছৰৰ বহু আগতে ভাৰতত আছিল। হৰ্নেল আৰু গ্ৰিয়ৰ্চনৰ সিদ্ধান্ত অনুসৰি ভাৰতবৰ্ষত আৰ্য্যসকলৰ প্ৰভুত্ব আছিল ই ঠিক সমীচিন নহয়। ভাৰতত প্ৰতিষ্ঠিত এনেকুৱা উন্নত ভাষাই তেওঁলোকক মাত্ৰ আচৰিত কৰি তুলিলে আৰু তেওঁলোকৰ ভাষা সৰ্ম্পকে কোনো ভাষাবিদেই সঠিক কৈ বাখ্যা কৰিব নোৱাৰিলে। পৰিমল চন্দ্ৰ মিত্ৰ দেৱৰ বাখ্যা অনুসাৰে বৈদিক আৰু প্ৰাকৃত সাহিত্যবোৰক সংস্কৃত সাহিত্যৰ সহায়ত ব্যাখ্যা দিয়াটো সম্পূৰ্ণকৈ মিছা আৰু কাল্পনিক, কাৰণ বৈদিক আৰু প্ৰাকৃত ভাষা উভয়ে কোল ভাষাৰ পৰাহে সৃষ্ট।

নৃতত্ত্ববিদ সকলৰ পৰা প্ৰাপ্ত তথ্য আৰু ইতিহাসবিদ সকলৰ অভিমতৰ পৰা এইটো স্পষ্ট হয় যে, বিশ্বৰ সকলোবোৰ ভাষাৰ আদি মূল হৈছে অষ্ট্ৰিক দলৰ পৰা বিকশিত কোল জাতিৰ ভাষা। কোল ভাষাৰ প্ৰমাণিত তথ্যৰ পৰা জনা গৈছে যে ফৰাচী, চীন আৰু ভাৰতীয় যিবিলাক পৌৰাণিক উন্নত ভাষা সেইবোৰক প্ৰাকৃত বুলি কোৱা যায় — প্ৰাকৃত শব্দটোৰ অৰ্থ অনুসৰি। অৱশ্যে আজি বিকশিত ভাষা সমূহে কোল ভাষাৰ বিস্ফোটিত নোহোৱা ধ্বনি এৰি দিছে। তেওঁলোকে সেই ভাষাৰ পৰা নিয়মিত আনুনাসিক ধ্বনি সমূহো এৰি দিছে।

পৰিমল চন্দ্ৰ মিত্ৰ দেৱৰ উক্তি অনুসাৰে মেচোপটেমিয়া নামৰ ঠাইখন মুণ্ডা আৰু আন কোল মানুহৰ বাসস্থান আছিল। নিগ্ৰেইট আৰু কোল সকলে একে সমূহৰ জৰিয়তে তেওঁলোকৰ বাসস্থান হিচাপে মেচোপটেমিয়াৰ হাবি-জঙ্গলৰ ওচৰ আৰু দাঁতি কাষৰীয়া ঠাইবোৰকে বাচি ল'লে। 'দ্ৰাবিড়' শব্দটোৰ অৰ্থ অনুসৰি মিত্ৰদেৱে

কৈছে যে তেওঁলোকেও হাবি-বননিৰ কাষতেই আশ্ৰয় লৈছিল।

নৃতত্ত্ববিদসকলৰ তথ্য সমূহৰ পৰা এইটো প্ৰতিপন্ন হৈছে যে দ্ৰাবিড়সকল ভাৰতলৈ আহোঁতে ভিন ভিন সময়ত তিনিটা দলৰ হৈ আহিছিল আৰু তেওঁলোকৰ ভাষাৰ নমুনাও কোল ভাষাৰ দৰেই আছিল। ঠাই সলনিৰ প্ৰসঙ্গটো হ'ল তেওঁলোকে মেচোপটেমিয়া, এচিয়া মাইনৰ আৰু আন ঠাইলৈয়ো নিজৰ বাসস্থান সলনি কৰি স্থানীয় ভাষা সমূহৰ প্ৰভাৱৰ বাবে তেওঁলোকৰ বৰ্ত্তমানৰ ভাষাৰ ৰূপ তামিল, তেলেগু আৰু কান্নাড়া আদিৰ অৱস্থা পাইছেহি।

ষষ্ঠ দল অথবা মঙ্গোলীয়ান সকল ভাৰতলৈ সোমইছিল চীন দেশৰ হিমালয়ৰ পূৱ প্ৰান্ত আৰু ব্ৰহ্মদেশ (বৰ্ত্তমানৰ ম্যানমাৰ) ৰ পৰা। শাম নামৰ এটা এই ধৰণৰ ডাঙৰ দল ভাৰতত সোমাল চীনৰ পৰা ভিয়েটকং কম্বোডিয়াহৈ। কিছুমান শব্দৰ অৰ্থ অনুসৰি তুলনা দিব পৰা যায় নিম্ন প্ৰকাৰেৰে —

| Kol | Cam | Meaning |
|---|---|---|
| Hon Hon | Hon | Wide, long, high |
| Bhak | Bhak | to divide |
| Farak | Farak | difference |
| Duno | Duna | double |

(গ) জাতীয় বা বৰ্গীয় - দেশৰ আটাইতকৈ বৃহৎ আৰু সংগঠিত জনসংখ্যা ঃ যিখন দেশত ভিন্ন ভিন্ন সংস্কৃতি আৰু সভ্যতা, নানান সম্প্ৰদায় বিশিষ্ট গুণ সম্পন্ন সংস্কৃতিৰে সৈতে বসবাস কৰে তেওঁলোকৰ উন্নতি আৰু বিকাশ হয় সংস্কৃতি আৰু সভ্যতাৰ সমীকৰণত। এখন সমাজ য'ত জাতীয় আৰু জনজাতীয় লোক একেলগে বসবাস কৰে, তেওঁলোক সমৃদ্ধ হয় সংস্কৃতি আৰু সভ্যতাত যাৰ ক্ৰমবিকাশ হয় মিশ্ৰণ আৰু সঙ্গত প্ৰথাৰ পৰিণাম স্বৰূপে।

পৃথিৱীৰ দ্বিতীয় সৰ্ব্ব বৃহৎ জন জাতীয় লোক বসবাস কৰে ভাৰত মহাদেশ খনত। বহুতো জনজাতীয় লোক প্ৰাগ্ আৰ্য্য কালৰ পৰাই দেশখনত বসবাস কৰি আহিছে। প্ৰাচীন ভাৰতীয় সাহিত্যৰ বেদ, ৰামায়ণ আৰু মহাভাৰতত সেই সকল জনজাতীয় বিভিন্ন লোকৰ নাম আৰু বৰ্ণনা আমি পাই আহিছোঁ। ঋগ্বেদে অসুৰ সকলৰ বিষয়ে বৰ্ণনা দিয়ে। জনজাতি সকল যেনে — নিষাদ, গজৰাজ বা গৰ্ন্ধৰ, সবৰ, নাগা আৰু যক্ষ সকলৰ বিষয়ে ৰামায়ণত উল্লেখ আছে। সেইদৰে মহাভাৰতত কিৰাত আৰু মুণ্ডা সকলৰ বিষয়ে উল্লেখ পোৱা যায়। ভাগৱত পুৰাণত কোল, ভীল

আৰু মুচৰ সকলৰ উৎপত্তি সম্বন্ধে বৰ্ণনাৰ কথা আছে।

জনজাতি সকলৰ বহুতো আজিও ভাৰতবৰ্ষৰ জঙ্গলত, পাহাৰীয়া আৰু নিৰ্জন ঠাইত বসবাস কৰি আছে। আদিম অৱস্থাত তেওঁলোকৰ প্ৰায়বোৰেই সমভূমি অঞ্চলত বসবাস কৰিছিল। তেওঁলোকৰ নিজা সংস্কৃতি ৰক্ষাৰ্থে, পৈত্ৰিক সম্পত্তি আৰু পৰম্পৰাগত পৰিচয়ত তেওঁলোকে নিৰ্জন আৰু একান্ত বন-জঙ্গলৰ ওচৰ-চুবুৰীয়া ঠাইকে বাচি ল'লে য'ত আজি তেওঁলোকে এৰি থৈ যোৱা ঠাইবোৰত অ-জনজাতীয় লোকৰ বসবাস দেখা যায়। কেতিয়াবা হয়তো তেওঁলোকক প্ৰত্যক্ষ বা পৰোক্ষভাৱে নিজে বসবাস কৰি থকা ঠাই এৰিবলৈ বাধ্য কৰোৱাও হৈছিল। এল.পি. বিদ্যাৰ্থী আৰু বি.কে. ৰায় দেৱে ভাৰতত জনজাতীয় লোক সকলৰ বিষয়ে লিখিছে — ঐতিহাসিক যুগৰ পাতনিতে বিচৰণ কৰা, দেশৰ ইমূৰৰ পৰা সিমূৰলৈ স্থান সলনি কৰাৰ অন্তৰালতে তেওঁলোকক নদী উপত্যকা, পাহাৰীয়া ঠাই আৰু জঙ্গলৰ কাষলৈ ধাৱমান হোৱা দেখা যায়। মধ্যযুগত সেই জনজাতীয় লোকসকল হয় তেতিয়াৰ মহম্মদীয় শাসকসকল নাইবা প্ৰাদেশিক অথবা উভয় পক্ষৰ শাসকসকলৰ পৰা অশান্তি ভোগ কৰিছিল। এই কথাখিনিক সমৰ্থন কৰি মাননীয় বিদ্যাৰ্থী আৰু ৰায়দেৱে কিছুমান ঐতিহাসিক প্ৰমাণ দি যুক্তি দৰ্শাইছে "কিয় আৰু কেনেকৈ পশ্চিম ভাৰতৰ ভীলসকল আৰু উত্তৰ ভাৰতৰ বনজাৰা অৰ্থাৎ অঘৰীসকলে পাহাৰৰ ভিতৰুৱা অঞ্চলত বসবাস কৰিবলগীয়া হৈছিল অথবা অন্যান্য প্ৰান্তলৈ ধাৱমান হৈছিল।"

জনজাতি সকলে নিজে বসবাস কৰি থকা ঠাই এৰিবলগীয়া হৈছিল অথবা নিজৰ বাসস্থানৰ পৰা অন্য দূৰ-দূৰণিলৈ গতি কৰিবলগীয়া হৈছিল। কাৰণবোৰ সঁচা হ'লেও তেওঁলোক দেশৰ জনসংখ্যাৰ অপৰিহাৰ্য্য অংগস্বৰূপ। ভাৰতীয় সভ্যতা আৰু সংস্কৃতি বহু পৰিমানে জনজাতি আৰু অ-জনজাতি সকলৰ সামাজিক সাংস্কৃতিক সঙ্গমত প্ৰাকাৰান্তৰে গঠিত যদিও জনজাতীয় আৰু অ-জনজাতি সকলৰ সামাজিক উভয় পক্ষৰে বিশিষ্ট আৰু মূল গুণ বা লক্ষণ আছে। সেয়ে, আমি ভাৰতবৰ্ষত পাৰম্পৰিক হিচাপে হস্তক্ষেপ কৰিব নোৱাৰা এটি সহ-অস্তিত্ব থকা একতা বিচাৰি পাওঁ, বিভিন্নতাৰ মাজত।

অন্য প্ৰকাৰে, এই দেশখনত বসবাস কৰা লোক সকল যদিও কিছুমান ক্ষেত্ৰ বৈষম্যৰে ভৰা, কিন্তু দেশখনৰ একেটা সমাজ সমুদায়ৰূপে পৰিচিত। এইটো যুক্তিযুক্ত মন্তব্য যে - জনসংখ্যাৰ প্ৰত্যেকটো সম্প্ৰদায়ে ৰাষ্ট্ৰ গঠনত অৱদান যোগাইছে একেই ধৰণে, যি ধৰণে এখনি ফুলনি সজাওঁতে প্ৰত্যেক জোপা ফুলে অৰিহণা যোগায়।

**উপসংহাৰ ঃ**

ওপৰত উল্লেখ কৰি অহা বিভিন্ন ভাষা-ভাষী লোকৰ কথা তলত দিয়া ভাষা পৰিবাৰে স্পষ্ট কৰিব পাৰে ঃ—

## I. Austro - Asiatic Languages

| 1 | 2 | 3 | 4 | 5 |
|---|---|---|---|---|
| Indian Kol Munda people | Languages of Nicobar Island | Mom Khomer | Com/champa ancient languages of Cochin/China | Languages of Anam and Tongking |

### Mon - Khomer

| | | | | |
|---|---|---|---|---|
| Khasi of Assam | South Burma and South Shyam Mon | Poloung and Iwa of North Burma | Khomer of Komboj | Barhnsar and Stieng Indo-China |

## II. Austronesian Languages

| All Languages of Indonesia Indonesia | Molenesia | Polynesia |
|---|---|---|
| Malay, Sumatra Sunda, Jabadwip, Maduri, Balidwip, Lonbodwip, Selebes Filipin, Madagasker etc. | Fiji, Viti New-celendonion New Habridean, Solomon Islands Speech | Samao, Tonga Morquesas, Paumolu Maori, Languages of Newzearland and Languages of Hawai etc. |

অভিব্যক্তি অথবা ভাষা, বিচৰণ আৰু তেওঁলোকৰ উৎপত্তি সম্পৰ্কে, ভাষাৰ আদি মূল বিষয় তলত উল্লেখ কৰা তথ্যই সাক্ষ্য বহন কৰিব পাৰে।

1. All the people of India migrated from different

countries of the world and therefore, languages of Indian must have relation with other languages of the world. (ভাৰতবৰ্ষৰ সকলো মানুহেই বিশ্বৰ বিভিন্ন দেশৰ পৰা প্ৰব্ৰজন কৰি অহা লোক। সেয়ে, ভাৰতবৰ্ষৰ সকলো ভাষাৰ বিশ্বৰ আন আন দেশৰ ভাষাৰ লগত সম্পৰ্ক থাকিব লাগে।

2. It is already discussed that the inception of human being was the Germany and only those people gradually spread throughout the whole world. Therefore, all the languages of the world have been rooted from one language. (এইটো ইতিমধ্যে আলোচনা কৰা হৈছে যে মানৱ জাতিৰ সূত্ৰপাত হোৱা ঠাই হ'ল জামাৰ্নী আৰু সেইসকল লোক হে বিশ্বৰ বিভিন্ন দেশলৈ ক্ৰমে বিস্তাৰিত হৈছে, সেয়ে বিশ্বৰ সকলো ভাষাই একেটা ভাষাৰ পৰা সৃষ্ট)।

3. It has also been stated before that the common tribal language of origin was this Kol language. (এইটোও আগতেই কৈ অহা হৈছে যে জনজাতি সকলৰ সাধাৰণ ভাযা উদ্‌গম আছিল কোল ভাষা)।

4. So, the first scripts of different countries introduced in ancient times, must be Kol language, and subsequent improved and developed languages of the world are the improved forms of Kol (Santhals) language. (গতিকে, পুৰণি কালত বিশ্বৰ বিভিন্ন দেশে উদ্ভাৱণ কৰা লিপিবোৰ আছিল কোল ভাষাৰ আৰু পৰৱৰ্ত্তী উন্নত আৰু বিকশিত বিশ্বৰ ভাষাবোৰ কোল (সন্থাল) ভাষাৰ উন্নত ৰূপ।

## (খণ্ড - খ)
## ইষ্ট-ইণ্ডিয়া কোম্পানী

ভাৰতবৰ্ষৰ বুৰঞ্জী খৃষ্টাব্দ বা খ্ৰীষ্ট জন্মৰ বহুশতিকাৰ আগৰ পৰা আৰম্ভ হয়। আচৰিত হ'বলগীয়া একো কথা নাই যে ইয়াৰ অতীত ইতিহাস সমান্তৰাল আৰু সমানুৰূপৰ কেতিয়াও নাছিল। বহু শতিকা জুৰি ভাৰতবৰ্ষ এখন দেশ হিচাপে নাছিল; কিন্তু বহুতো অধিৰাজ্যহে বিৰাজমান আছিল। কিন্তু তথাপিও কিছুমান সময় এনেকুৱা আছিল য'ত এই উপ-মহাদেশখনৰ বহু অংশই এজন শাসকৰ অধীনৰ সাম্ৰাজ্যৰ তলত আছিল। দেশখন বহুবাৰ বিদেশীৰ দ্বাৰা আক্ৰান্তিত হ'ল আৰু তেওঁলোকৰ

কিছুমানে ইয়াতেই বসতি স্থাপন কৰিলে। সময়ত ভাৰতীয় হ'ল আৰু ৰজা বা সম্রাট হিচাপে শাসনো কৰিলে। বিপৰীতে, তেওঁলোকৰ কিছুমানে দেশখনক অপহৰণ আৰু লুট কৰিলে আৰু সামৰ্থ্য অনুযায়ী সা-সম্পত্তি লৈ নিজ দেশলৈ উভতি গ'ল। দেশত মহান সফলতা আৰু উন্নতিৰ সময়ো আছিল; কেতিয়াবা অৱৰোধ আৰু দুঃখৰ জীৱন। কিন্তু আমি ভাৰতবৰ্ষত যেতিয়া ইষ্ট-ইণ্ডিয়া কোম্পানী বুলি মনত পেলাওঁ, তেতিয়া আমি ভাৰতবৰ্ষত স্বাধীনতা সংগ্ৰামৰ কিছুসময় আগৰ ভাৰতৰ ইতিহাসক বুজো। যেতিয়া ইংৰাজে ভাৰতবৰ্ষখন শাসন কৰি আছিল আৰু ভাৰতবৰ্ষৰ মানুহে কেনেকৈ বিদেশী শাসন দলিয়াই স্বাধীন হ'ব পাৰি তাৰেই চেষ্টা কৰি আছিল।

**১। ভাৰতবৰ্ষত ইংৰাজৰ শাসন ঃ ১৭৫৭খৃষ্টাব্দ**

ইং ১৭৫৭চনৰ পৰা ভাৰতবৰ্ষত ইংৰাজ শাসন আৰম্ভ হৈছে বুলি ক'ব পাৰি যেতিয়া বঙ্গদেশৰ নৱাব চিৰাজদৌল্লা পলাচীৰ যুদ্ধত ইষ্ট-ইণ্ডিয়া কোম্পানীৰ হাতত পৰাস্ত হয়। কিন্তু ঊনৈশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত আৰু বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধত ইংৰাজ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে এটি ৰাষ্ট্ৰীয় সংগ্ৰাম বাস্তৱ হৈ আহে। বিদেশী শাসনৰ পৰিণতি স্বৰূপে ৰাষ্ট্ৰীয় চেতনা জাগৰিত হয় ভাৰতীয় মানুহৰ মাজত যাৰ ফলত ভৌতিক, নৈতিক, বৌদ্ধিক আৰু ৰাজনৈতিক অৱস্থাই এটি ৰাষ্ট্ৰীয় আন্দোলনৰ শক্তিশালী ৰূপ বাস্তৱায়িত কৰালে। ইংৰাজ শাসনৰ মৌলিক প্ৰকৃতিয়ে স্বাৰ্থ সংগ্ৰামৰ প্ৰতি লক্ষ্য নিৰ্ধাৰণ কৰাত ইয়াৰ প্ৰভাৱ ভাৰতীয় সমাজৰ ওপৰত প্ৰত্যক্ষভাৱে পৰে।

**২। ইংৰাজ শাসনৰ প্ৰকৃতি ঃ**

১৭৫৭চনৰ পৰাই ইংৰাজ সকলে নিজৰ স্বাৰ্থ পূৰণৰ হকে ভাৰতৰ ওপৰত শাসন আৰম্ভ কৰে। এই প্ৰক্ৰিয়াই প্ৰকাৰান্তে ১৯৪৭চনলৈকে প্ৰায় ২০০বছৰ ধৰি দীঘলীয়া ইতিহাস ৰচনা কৰে। ইংৰাজ শাসনৰ প্ৰকৃতি আৰু সাম্ৰাজ্যবাদ, তেওঁলোকৰ ৰাজনীতি আৰু তাৰ প্ৰভাৱে ইংলেণ্ডৰ নিজা সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক উন্নয়নতো পৰিবৰ্ত্তন আনে।

তেওঁলোকৰ নিজৰ বিবেচনা অনুসাৰে কোম্পানীয়ে যথেষ্ট সংখ্যক অৰ্থৰ প্ৰয়োজনবোধ কৰিছিল — ভাৰতত আৰু সমুদ্ৰৰ পাৰত সাধাৰণ সামৰিক, যুদ্ধ, দুৰ্গৰক্ষা আৰু ভাৰতত বেহা-বেপাৰ চলাবলৈ। ইংলেণ্ডৰ চৰকাৰ নাইবা ইষ্ট-ইণ্ডিয়া কোম্পানী দুয়োটাৰে হাতত এনে পৰিমানৰ আৰ্থিক সম্বল নাছিল। এই বাধাসমূহ দূৰ কৰিবলৈ কোম্পানীয়ে স্থানীয় খাজনা সংগ্ৰহৰ উদ্দেশ্যে উপকূলীয় দুৰ্গ সদৃশ চহৰ যেনে কলিকতা, মাদ্ৰাজ, আৰু বোম্বেত এটা সময়ত আৰু পিচলৈ আন আন ঠাইৰ পৰা

কৰ সংগ্ৰহ কৰিবলৈ পৰিসীমা বৃদ্ধি কৰিলে। কোম্পানীক যথেষ্ট পৰিমানে পুঁজিৰ আৱশ্যক হৈছিল ব্যৱসায় উদ্যোগত খটুৱাবলৈ। সেয়ে, তেওঁলোকে ৰাজহ আৰু কৰ সংগ্ৰহ কৰিলে খেতি আৰু ব্যৱসায় উদ্যোগৰ পৰা। এইবোৰ কৰাৰ উদ্দেশ্য আন একো নাছিল ভাৰতীয় কৃষক আৰু কৃষি শ্ৰমিকক শোষণ কৰাৰ বাহিৰে।

তেওঁলোকৰ দুটা উদ্দেশ্য — একচেতীয়া ব্যৱসায় আৰু আৰ্থিক স্ৰোতৰ ওপৰত নিয়ন্ত্ৰণ, দ্ৰুতগতিত আগবাঢ়িল আৰু ইষ্ট -ইণ্ডিয়া কোম্পানীৰ ডাইৰেক্টৰ সকল কল্পনাতীত ভাৱে সফল হ'ল যেতিয়া বেঙ্গল আৰু দক্ষিণ ভাৰত ১৭৫৭আৰু ১৭৭০চনৰ ভিতৰত নিৰ্বিঘ্নে তেওঁলোকৰ ৰাজনৈতিক শাসনলৈ আহিল।

**৩। কৃষি ওপৰত সংঘাত ঃ**

ইংৰাজ শাসন আৰু ইয়াৰ সংঘাতে ভাৰতবৰ্ষত এনেকুৱা অৱস্থাৰ সৃষ্টি কৰিলে যাৰ ফলত এটা শক্তিশালী সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনে ভাৰতীয় মানুহৰ মাজত একতা স্থাপন আৰু ৰাষ্ট্ৰ গঠনৰ প্ৰচণ্ড অৰিহণা যোগালে। ইংৰাজ শাসক সকলে অনুসৰণ কৰা নীতি নিয়মে ভাৰতত বিশেষকৈ কৃষক আৰু খেতিয়ক সকলৰ ওপৰত বেয়া প্ৰভাৱ পেলালে।

ভূমি ৰাজহ প্ৰথা নতুনকৈ সষ্টি কৰাৰ পিচত ভূমিৰ গৰাকী প্ৰথা বা জমিদাৰী প্ৰথা (যিটো পিচলৈ কিছু সাল-সলনি কৰি মহলদাৰী প্ৰথা উত্তৰ ভাৰতত প্ৰচলিত হৈছিল) আৰু ৰায়তী প্ৰথাই কিছুমান জমিদাৰৰ ভূমি স্বামীত্ব বাহাল ৰাখিছিল। তেওঁলোকক গাঁও সমূহৰ একোজনকৈ গৰাকী বা অধিকাৰী পতা হৈছিল। খেতিয়ক সকলক ভাৰতীয় কৃষকলৈ ৰূপান্তৰিত কৰা হ'ল লিখিত ইচ্ছা পত্ৰৰ দ্বাৰাই। ৰায়তৰ প্ৰথামতে চৰকাৰে প্ৰত্যক্ষ ভাৱে বা পোনেই ৰাজহ সংগ্ৰহ কৰিব পাৰিছিল কৃষক সকলৰ পৰা যি সকলক ভূমিৰ মালিকানা স্বত্ব দিয়া হৈছিল তেওঁলোকে নিজেই কৰা কৃষিৰ ওপৰত। প্ৰথাবোৰ যিয়েই নহওক কিয় ইয়াৰ পৰিণামৰ ভূক্তভোগী আছিল সকলো কৃষক শ্ৰেণী।

নিঃসন্দেহে, ইংৰাজ চৰকাৰে ১৮১৩চনৰ পিচৰ পৰা ভাৰতীয় প্ৰশাসন প্ৰণালী, অৰ্থনীতি আৰু সমাজ ব্যৱস্থাত আমূল পৰিৱৰ্ত্তন কৰিবলৈ ধৰিলে যাৰ একমাত্ৰ উদ্দেশ্য আছিল ওপৰত উল্লেখ কৰা অৰ্থ সংগ্ৰহৰ। ১৮১৩চনত পুনৰায় আৰম্ভ কৰা আধুনিক শিক্ষা প্ৰণালী ১৮৩৩চনত পুনৰায় বৃদ্ধি কৰা হৈছিল। ভাপ ইঞ্জিনৰ আৰম্ভণি, নদী সংযোগ, উন্নত ৰাস্তা আৰু ১৮৫৩চনৰ পিচৰ পৰা দীঘলীয়া ৰেলৱে লাইনৰ যোগেদি প্ৰায় ২৮,০০০মাইল বাটৰ যোগাযোগ হৈছিল। আধুনিক পত্ৰ প্ৰেৰণ আৰু

তাৰ সংকেত ব্যৱস্থাই তেওঁলোকৰ ব্যবসায় বাণিজ্যত যথেষ্ট সুবিধা প্ৰদান কৰিলে। তেওঁলোকে উন্নত কৰিলে সঁচা কথা কিন্তু লগে লগে অবাধে ভাৰতীয় কৃষি শ্ৰেণীটোৰ লুট আৰু শোষণো কৰিলে।

ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে এতিয়া নিজৰ অধীনত থকা এলেকা সমূহৰ ওপৰত প্ৰত্যক্ষ অধিকাৰ সাব্যস্ত কৰিব পৰা আৰু ইয়াৰ পিচত শাসনকৰ্ত্তা, অধিকাৰী আৰু জমিদাৰ সকলৰ সংগৃহীত সম্পত্তি বাজেয়াপ্ত কৰিব পৰা হ'ল। উদাহৰণস্বৰূপে ১৭৬৫চনৰ পৰা ১৭৭০ৰ ভিতৰত কোম্পানীয়ে অকল বেঙ্গলৰ পৰা ৩৩শতকৰা মুঠ ৰাজহ বস্তুৰ নামত নিজ দেশলৈ পঠালে।

## ৪। কৃষক সকলৰ দুঃখ লগা অবস্থা :

ৰাষ্ট্ৰ কবি মৈথিলী চৰণ গুপ্তাৰ ১৯৩০দশকৰ 'কিষান' নামৰ কিতাপখনত কাব্যিক উক্তিৰে কৃষক সকলৰ তেতিয়াৰ দুখীয়া অবস্থাৰ বিষয়ে বাস্তব চিত্ৰ দাঙি ধৰা হৈছিল য'ত তেওঁলোকৰ ওপৰত দমন আৰু শোষণ সমানেই চলিছিল; কিন্তু কৃষক সকলে বিদ্ৰোহ আৰু বিপ্লবেৰে দেশৰ জয়গানো গাইছিল। দেশৰ প্ৰত্যেকটো কোণৰ পৰাই বিদ্ৰোহ আৰম্ভ হৈছিল।

## ৫। প্ৰথম কৃষক বিদ্ৰোহ :

ভাৰতবৰ্ষৰ কৃষকে দমন, আধিপত্য আৰু কঠোৰতা সহ্য কৰিবলগীয়া হৈছিল। ইং ১৮৫৫ৰ বিদ্ৰোহে সিদ্ধু মুৰ্মু আৰু কানু মুৰ্মু (সিদ্ধু + কানু ভাই ভাই)ক প্ৰথম শ্বহীদ কৰিলে। আন্দোলনকাৰী সকলক পূৰ্ববঙ্গ, ত্ৰিপুৰা, নেপাল আৰু অসম প্ৰদেশলৈ খেদি পঠোৱা হ'ল। য'ত সুবিধা পালে তেওঁলোকে থিতাপি ল'লে। প্ৰায় একেই সময়তে ইতিমধ্যে ইং ১৮৩৭চনত অসমত চাহ খেতিৰ আৰম্ভণি হয়। ১৮৬০চনৰ পিচৰ পৰা অসমৰ বাহিৰৰ পৰা চাহ বাগিচাত কাম কৰিবলৈ বণুৱা আৰু শ্ৰমিকক অনা হৈছিল। তেওঁলোকক অনা হৈছিল ৰাঁচি, বীৰভূম, সিংভূম আৰু বৰ্ত্তমানৰ ঝাৰখণ্ডৰ পৰা সাগৰীয় ৰাস্তা আৰু ৰেলৰ দ্বাৰা। ১৯৫০চনলৈকে সেইবোৰ ঠাইৰ পৰা শ্ৰমিক হিচাপে মানুহ অনা হৈছিল যাৰ সংখ্যা হৈছিল ছয়লাখ আৰু স্থানীয় শ্ৰমিকৰ সংখ্যা আছিল মাত্ৰ (৯%) শতকৰা ৯ভাগ অৰ্থাৎ ৫৭,৪৯৮জন। বৰ্ত্তমান অসমত আদিবাসী লোকৰ জনসংখ্যাৰ আধাতকৈ বেছি ভাগ লোকেই চাহ উৎপাদনৰ কামত সংলগ্ন।

ইংৰাজ শাসনৰ সংঘাত এইদৰে নতুনকৈ গঠিত কৃষকীয় বা আবাদভূমিৰ ওপৰত পৰে যাৰ পৰিণাম বিকাশৰ প্ৰত্যাগমন বুলি ক'ব লাগিব। ইয়াৰ প্ৰভাৱ স্বৰূপে কৃষি

উন্নতিত এটি দীঘলীয়া স্থবিৰতা আহে। এনে ধৰণৰ হতাশা পূৰ্ণ অবস্থাই কৃষি উন্নতিৰ ছবিখন উৎপাদনৰ ক্ষেত্ৰত চন ১৯০১ৰ শতকৰা ১৪ভাগৰ পৰা ১৯৩৯চনত শতকৰা ২৪ভাগলৈ নমাই আনে।

**৬। জনজাতি ঃ স্বাধীনতাৰ আগত**

"Twenty lakhs or 26.7 percent of the total populatio are tribal people who are unfit to live a civilized state of life and in all constitutional rights of minority should belong to the civilized section of the population, who are either Hindus or Muslims numbering 80lakhs."

"কিন্তু জনজাতি সকলৰ জীৱন সাধাৰণতে সৰলতা, আতিথ্যপূৰ্ণ আৰু হিতৈষী পৰায়ণ। আমি পাহৰিব নালাগিব যে তেওঁলোক আমাৰ তেজৰ সম্বন্ধীয় আৰু অজনজাতীয় লোকে তেওঁলোকৰ জীৱন পদ্ধতিৰ পৰা সুন্দৰ পাঠ শিকিব পাৰে।"

মিনু মাচানিয়ে তেওঁৰ বিখ্যাত কিতাপ – "Our Growing Human Family" ত কৈছে – "The Negros of the Hottentot tribe in Africa eating raw flesh of wild animals. If any number of this tribe when alone, has been able to an animal, he raises three loud calls inviting all his fellow tribals who can hear him to share with him the flesh of the animal, he alone has killed."

সেয়ে, এইটো মন্তব্য দিব পৰা যায় যে জনজাতি লোক সকল মানৱীয় গুণ সম্পন্ন ; তেওঁলোকৰ ভাতৃ ভাৱাপন্ন অনুভূতি সকলোৰে লগতে ৰাখিব পাৰে।

এইটো এটা গুৰুত্বপূৰ্ণ কথা যে জনজাতি সকলৰ ভিতৰত কিছুমান সম্প্ৰদায়ৰ বিশিষ্ট কিছুমান গুণ একে ধৰণৰ দেখা যায়। তেওঁলোকৰ জীৱন আৰু জীৱিকা পদ্ধতিত সেইবোৰ সমৰূপতা বাচি উলিওৱাত কোনো অসুবিধা নহয়। অসমৰ নিচিনা এটা বিশিষ্ট ভৌগোলিক সীমা ৰেখাৰ ভিতৰত তেওঁলোকৰ বিষয়ে জানিবলৈ হ'লে যি কোনো অধ্যয়নৰত ব্যক্তি বা অনুসন্ধান কৰ্ত্তাই পৃথিৱীৰ বিভিন্ন জনজাতীয় লোকৰ সামাজিক, সাংস্কৃতিক আৰু অৰ্থনৈতিক জীৱনৰ বিষয়ে জানিব লাগিব।

**৭। জনজাতি সকলৰ বিপ্লব ঃ**

ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত বসবাস কৰা জনজাতি লোক সকলে দেশৰ শতাধিক ক্ৰান্তি আৰু বিপ্লৱত ভাগ লৈ আহিছে। ইংৰাজ শাসনৰ অত্যাধিক মাত্ৰাত তেওঁলোকে

বিৰোধ জনাইছিল আৰু উপনিবেশিক প্ৰশাসনক অনধিকাৰ প্ৰৱেশৰ আখ্যা দিছিল। সৰ্ব্বোপৰি তেওঁলোকে বৃটিছ চৰকাৰৰ অধীনৰ ঋণদাতা, ব্যৱসায়ী আৰু ৰাজহ-কৃষকৰ কাম-কাজবো বিৰোধ জনাইছিল যি সকলে জনজাতি লোকক ইংৰাজ উপনিবেশিক অৰ্থনীতি আৰু শোষণৰ তলত আনিবলৈ চেষ্টা কৰিছিল। জনজাতি লোকৰ বিদ্ৰোহ সমূহ যথেষ্ট সাহস আৰু বলিদানেৰে প্ৰদৰ্শিত হৈছিল যাৰ পৰিবৰ্ত্তে চৰকাৰী অধিকাৰী সকলে দমন আৰু যথাৰ্থ কচাইখানাৰ সৃষ্টি কৰিছিল। অসমান যুদ্ধত লাখৰ সংখ্যাৰ নিৰীহ লোকৰ মৃত্যু হৈছিল। এফালে খণ্ডাল কিন্তু অসংগঠিত লোকসকলে আদিম হাথিয়াৰ ধনু-কাঁড় আৰু কুঠাৰেৰে আৰু আনফালে অনুশাসিত ইংৰাজ ভাৰতীয় পল্টনবোৰ অত্যধিক অস্ত্ৰেৰে সজ্জিত আছিল। বিভিন্ন জনজাতীয় বিদ্ৰোহ সমূহৰ ভিতৰত ইং ১৮২০ৰ পৰা ১৮৩৭লৈকে কোল বিদ্ৰোহ, ১৮৫৫-৫৬চনৰ সন্তাল বিদ্ৰোহ, ১৮৭৯চনৰ ৰম্পাচ বিদ্ৰোহ আৰু ১৮৯৫-১৯০১ৰ মুণ্ডাৰী বা মুণ্ডা বিদ্ৰোহ প্ৰমুখ হিচাপে জনা যায়।

কৃষক বিদ্ৰোহত ভুক্তভোগীসকলে আজিও অসমৰ তেতিয়াৰ পুলিচ আৰু চিপাহীৰ জঘন্য ব্যৱহাৰৰ বিষয় স্মৰণ কৰে। অতি মাত্ৰাত ৰাজহ দিবলগীয়া হোৱা বাবে একাদিক্ৰমে অসমতো কেইটামান কৃষক বিদ্ৰোহ পৰিলক্ষিত হয়। বিংশ শতিকাৰ এইবোৰ বিদ্ৰোহ দেশব্যাপি হৈছিল। আৰু পৰিনামত, অশান্ত কৃষক সকলৰ একতা উপনিবেশিক বিদ্ৰোহ হিচাপে দেখা দিছিল। শেষত গৈ সেইবোৰ বিদ্ৰোহ ৰাজনৈতিক একতা হিচাপে ৰাষ্ট্ৰব্যাপি আন্দোলন হৈ পৰিছিল। আধুনিক কৃষক আন্দোলনৰ আখ্যা দিব পৰা গৈছিল সেইবোৰ আন্দোলনক কাৰণ তাত সংযম আৰু আদৰ্শ বৰ্ত্তি আছিল।

ইং ১৮৩৮চনত কলিকতাত হোৱা লেণ্ডহল্ডৰ্ছ ছোছাইটিৰ ৰাজনৈতিক সন্মিলন, ১৮৫৭চনৰ চিপাহী বিদ্ৰোহৰ বিফলতা, ১৮৭৬চনৰ ইণ্ডিয়ান এচোচিয়েচন আৰু ১৮৮৫চনৰ ৰাষ্ট্ৰীয় কংগ্ৰেছৰ প্ৰথম অধিৱেশন আদিয়ে সাধাৰণ জনতা, নাগৰিক আৰু কৃষক সকলক একত্ৰিত কৰণত যথেষ্ট সহায় কৰিলে। ১৮৬০চনৰ 'নীলদৰ্পন' নামৰ কাকত, অমৃত বজাৰ পত্ৰিকা, ইণ্ডিয়ান মিৰৰ, দি সঞ্জিৱনী, বেঙ্গলী, হিন্দু, স্বদেশমিত্ৰ, অন্ধ্ৰ প্ৰকাশিকা, দি কেৰালা পত্ৰিকা, দি কেশৰী, দি ট্ৰিবুন, দি কহিনুৰ, আকবৰ-ই-আম আদি সংবাদ পত্ৰই তেতিয়াৰ সাধাৰণ জনতাৰ একত্ৰিত আন্দোলন আৰু তীব্ৰতৰ কৰি তুলিলে।

**৮। স্বাধীনতাৰ যুঁজ ঃ**

ভাৰতৰ স্বাধীনতা যুঁজৰ অন্তৰালত লুকাই আছিল দৰিদ্ৰতাক আঁতৰ কৰা আৰু মানুহৰ জীৱনত আধুনিকতা নমাই অনা, আভ্যন্তৰিক অৰ্থনীতি উন্নত কৰা, প্ৰশাসনীয় সংস্কাৰ, চৰকাৰী প্ৰশাসনৰ দৃষ্টি সংস্কাৰ ইত্যাদি। অৱশ্যে সাধাৰণ ৰাজনীতি আৰু অৰ্থনীতি যোজনাৰ ক্ষেত্ৰত বিভিন্ন সাধাৰণ শ্ৰেণীৰ লোকক সজাগ কৰি একত্ৰিত কৰিলে। এইবোৰ পদক্ষেপে বঙ্গ-ভঙ্গ আন্দোলনৰ বিদ্ৰোহী, উগ্ৰপন্থী সকলৰ ৰাষ্ট্ৰীয় কুচ-কাৱাজ আৰু ক্ৰান্তিকাৰী সকলৰ আতঙ্কবাদ, বোম্বেত বিদেশী বস্ত্ৰ দাহন আদি কাৰ্য্যই স্বতন্ত্ৰতাৰ প্ৰতি সকলোকে ধাৱিত কৰিলে।

**৯। কৃষকৰ প্ৰতি বিৰূপ ভাৱৰ প্ৰতিফলন ঃ**

শান্তিপূৰ্ণ আৰু সুৰক্ষিত জীৱন যাপন কৰিবলৈ ঊনৈশ শতিকাৰ মাজভাগত বহুতো ক্ৰান্তিকাৰীয়ে তেওঁলোকৰ জন্মস্থান বিহাৰ, উৰিষ্যা, পশ্চিমবঙ্গ আদি ঠাই এৰিলে। প্ৰকৃতি, কৃষি, মাটি আৰু পানীৰ লগত স্মৰণাতীত সময়ৰ পৰা সম্বন্ধ থকা সহজ-সৰল লোকৰ আশা আৰু আকাঙ্ক্ষা চুৰমাৰ কৰা হ'ল। জুইত দিয়া খৰিৰ ওপৰেদি যি ধৰণে পৰুৱাবোৰে গৃহভূমিৰ মৰমত জুইতে মৰেগৈ, ঠিক তেনেদৰে সচেতন প্ৰাণী হোৱা হেতুকে প্ৰাণৰ ভয়ত আবাল-বৃদ্ধ বনিতাই নিজ নিজ জন্মস্থান এৰি কৰবালৈ লানি নিচিগা সোঁত হৈ আগুৱাই গ'ল। তেওঁলোক অসমলৈ আহিল, ত্ৰিপুৰা পালেহি , নেপাললৈ গ'ল আৰু গ'ল ওচৰলৈ আৰু দুৰণিলৈ সুৰক্ষাৰ আশ্ৰয় বিচাৰি। তেওঁলোকৰ আগমন কেতিয়াও একেটা সময়ত হোৱা নাছিল কিন্তু ক্ৰমে ক্ৰমে বসবাস কৰিলে নদীৰ পাৰত বা অটব্য জঙ্গলৰ কাষত। এই সোঁত প্ৰায় এশবছৰ অৰ্থাৎ ১৯৫০চনলৈকে চলিছিল।

ইয়াণ্ডাবু সন্ধিৰ লগে লগে ইং ১৮২৬খৃষ্টাব্দৰ পৰা অসম ইংৰাজৰ অধীনতলৈ আহে। সাধাৰণ মানুহৰ অগমন আৰু বিশেষভাৱে আদিবাসী সকলৰ আগমন হয় কৃষক বিদ্ৰোহৰ লগে লগে। ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে তেওঁলোকক লৈ অহাৰ আগতেই জীৱিকাৰ উদ্দেশ্যে তেওঁলোক পূৱ-ভাৰতলৈ আহে। সময়ত কোম্পানীয়ে তেওঁলোকক চাহ বাগানত, কয়লা খনিত, কল-কাৰখানাত আৰু উদ্যোগ সমূহ অথবা ৰেলৱে লাইনত কাম কৰাবলৈ লৈ আহে।

(খণ্ড - গ)

# অসম আৰু অসমীয়া ঃ ঐতিহাসিক পৃষ্ঠভূমি

প্ৰাগ্ ঐতিহাসিক যুগৰ পিচৰ প্ৰাগ্জ্যোতিষপুৰ অথবা কামৰূপৰ দক্ষিণ পশ্চিমে বঙ্গোপসাগৰ আৰু পশ্চিমে কৰতোৱা নৈ ইয়াৰ সীমা আছিল। যোগিনী তন্ত্ৰত উল্লেখ কৰা অনুসাৰে কৰতোৱা নদীৰ পূব ফালে অৱস্থিত দেশখন কামৰূপ আছিল যাক পশ্চিমে কৰতোৱা নদী আৰু পূবলৈ দিখু, উত্তৰৰ পৰ্বত কঞ্জাগিৰিৰ পৰা ব্ৰহ্মপুত্ৰ নদীৰ মোহনালৈকে আৰু দক্ষিণে লাক্ষাদ্বীপলৈ বিয়পি আছিল বুলি কোৱা হৈছে। ইয়াৰ অন্তৰ্গত আছিল ব্ৰহ্মপুত্ৰ উপত্যকা, ভুটান, ৰংপুৰ, কোচবিহাৰ, মৈমনসিঙৰ উত্তৰ আৰু পূব খণ্ড প্ৰায় গাৰো পাহাৰলৈকে। এই সম্পূৰ্ণ দেশখন প্ৰায় চাৰিটা খণ্ডত বিভাজিত আছিল - কামপীঠ, ৰত্নপীঠ, সুৱৰ্ণপীঠ আৰু সৌমাৰপীঠ। বৰ্ত্তমান পশ্চিম অসমৰ কোকৰাঝাৰ জিলাখন ৰত্নপীঠৰ অন্তৰ্গত আছিল।

### ১। অসমীয়া ঃ এটি সঙ্গত সংজ্ঞা

ভাৰতবৰ্ষৰ বুৰঞ্জীত অসমৰ নামটো প্ৰাগ্জ্যোতিষপুৰ আৰু পিচলৈ কামৰূপ হিচাপে পোৱা যায়। 'অসম' নামটো আধুনিক উদ্ভৱ। বৈষ্ণৱ সাহিত্যৰ বুৰঞ্জীৰ পিচত অসম, আসাম হিচাপে পোৱা যায়। তেতিয়া আহোম সকল ব্ৰহ্মদেশৰ পৰা আহি অসমত ৰাজত্ব কৰিছিল। ইং ১৮২৬চনৰ পিছৰ পৰা অসম বা আসাম শব্দটো সাধাৰণ ভাৱে প্ৰয়োগত লোৱা হ'ল। অসমৰ মানুহে আজিও আসাম নুবুলি অসম হিচাপেহে প্ৰয়োগ কৰে। ইতিহাসবিদ্ সকলে শব্দটোৰ অৰ্থ অসমান অৰ্থাৎ অ + সম বা সমান নহয় হিচাপেহে যুক্তি দিয়ে। অসমান হিচাপে মিশ্ৰিত হোৱা আহোম, চুতীয়া, কোচ-কছাৰী, বৰাহ-বিষ্ণু বংশী আদি সকলৰ বহুদিনীয়া সংস্কৃতিৰ উপাদান হ'ল অসমীয়া সংস্কৃতি যিটো আহোম সকলৰ আগমনৰ আগতেই আছিল। কিছুমানে আকৌ ক'ব খোজে যে শব্দটো বড়ো-কছাৰী সকলৰ 'হা খাম'ৰ পৰাহে আহিছে। যোগিনী তন্ত্ৰত উল্লেখ কৰা মতে সৌমাৰ' শব্দটো পিচলৈ 'আহোম' অধিৰাজ্য হিচাপে ১৬শ শতাব্দীত ব্যৱহাৰ কৰা হৈছিল।

টাই আহোম সকলে ব্ৰহ্মদেশত নিজৰ উপাধি হিচাপে 'খাম' শব্দটো ব্যৱহাৰ কৰিছিল। ৰজা সকলে এই শব্দটো টাই আহোম সকলৰ উপাধি 'টাই-খাম-টি'

হিচাপে মান্যতা দিছিল। সৰু সৰু ৰাজ্য হিচাপে টাই-খাম- য়াং, চাম-আং-খাং, কেং-খাম আদি হিচাপে জনাজাত আছিল। 'আ-খাম' নামৰ ৰাজ্যটো স্বতন্ত্ৰ আছিল। ১৩শ শতিকাৰ পিচৰ পৰা একাদিক্ৰমে যেতিয়া মুছলমান আৰু ইংৰাজসকল অসমত সোমাল ইয়াৰ পিচত অসমত মিশ্ৰিত হ'ল আৰ্য্য, অনাৰ্য্য, দ্ৰাবিড়, কিৰাত আৰু নিষাদ সকল। তেতিয়াৰ বৃহৎ অসমত এইবোৰ লৈয়ে স্বায়ীত্বৰ সৃষ্টি হৈছিল।

'অসম' শব্দটো আকৌ নিৰ্দ্দিষ্ট এটা এলেকাক লৈ সীমিত নাছিল কাৰণ ভৌগোলিক অসম আৰু সাংস্কৃতিক অসমো ভিন্ন হিচাপেই পোৱা যায়। যিবোৰ মানুহ ইয়াত আছিল, বাহিৰৰ পৰা আহিল, জন্ম ল'লে আৰু ডাঙৰ-দীঘল হ'ল তেওঁলোকেই অসমীয়া। এইদৰে অসমীয়া জাতি আৰু সংস্কৃতিত পৃথিৱীৰ প্ৰায়বোৰ গোত্ৰৰে মানুহ সংমিশ্ৰিত হোৱা দেখা যায় আৰু তেওঁলোকৰ সংমিশ্ৰণৰ অৱদানেই এখন আদৰ্শত অৱস্থিত যিটো ভাৰতৰ অন্য ৰাজ্যবোৰত এনেকুৱা উদাহৰণ বিৰল দেখা যায়।

## ২। অসমত চাহ খেতিৰ আৰম্ভণি ঃ

অসমত থকা সন্থাল বা সাওঁতাল সকলৰ কথা স্পষ্টভাৱে ক'বলৈ যোৱাৰ আগতে ইং ১৮৩৭চনৰ পিচত অসমৰ চাহ খেতিত কাম কৰিবলৈ বাহিৰৰ পৰা অনা লোকসকলৰ ওপৰত গুৰুত্ব দিব লাগিব। এই চনতে ইংৰাজ চৰকাৰে অসমত চাহ খেতি আৰম্ভ কৰে স্থানীয় কছাৰী মানুহ, ৰাভা, গাৰো আৰু নেপালী মানুহ সকলক শ্ৰমিক হিচাপে লৈ । কিন্তু তেওঁলোক সফল হ'ব নোৱাৰিলে। নতুনকৈ গঠিত আসাম চাহ কোম্পানীয়ে কছাৰী, ৰাভা, কুকী আৰু স্থানীয় মৰাণ, মটক সকলক শ্ৰমিক হিচাপে নিযুক্ত কৰাইছিল, কিন্তু তাতো সফল নহ'ল। কামৰূপ, গোৱালপাৰা, গাৰোপাহাৰৰ বড়ো-কছাৰী, মেচ আৰু নেপালী সকলে বাগানবোৰ এৰি দিলে আৰু নিজাববীয়াকৈ খেতি কৰিবলৈ লাগিল।

চাহ খেতিৰ প্ৰথম বিশ বছৰলৈকে স্থানীয় শ্ৰমিকৰ দ্বাৰাহে কাম কৰোৱা হৈছিল। তাৰ পিচতহে বিহাৰৰ ছোটনাগপুৰৰ শ্ৰমিক সকলক অনা হৈছিল। অসমৰ শিৱসাগৰ জিলাত এতিয়াও এখন গাঁও আছে অসমত চাহ বাগানত কাম কৰা প্ৰাক্তন শ্ৰমিক নেপালী লোক সকলৰ। অৱশেষত, স্থানীয় শ্ৰমিক সকলক লৈ কোম্পানীয়ে অধিক চাহ উৎপাদনৰ অভিযান ব্যৰ্থ হ'ল কাৰণ বহুতো স্থানীয় শ্ৰমিকে বাগান এৰি গাঁও

পাণ্ডিৰলৈ ধৰিলে।

### ৩। অসমৰ বাহিৰৰ শ্ৰমিক :

অসমত অধিক চাহ উৎপাদনত যেতিয়া কোম্পানীয়ে বাৰে বাৰে চেষ্টা কৰিও বিফল হ'ল, ইয়াৰ কিছুবছৰৰ পিচতে কোম্পানীয়ে আকৌ ছোটনাগপুৰ, মেদিনীপুৰ, (বিহাৰ) আৰু বঙ্গদেশৰ কিছুমান ঠাইৰ পৰা প্ৰায় ৫০,০০০হাজাৰ শ্ৰমিক লৈ আহে। এই কেইখন ঠাইৰ বাহিৰেও কোম্পানীয়ে উৰিষ্যা, মধ্যপ্ৰদেশ, তামিলনাডু, অন্ধ্ৰপ্ৰদেশ আৰু দাক্ষিণাত্যৰ কিছুমান ঠাইৰ পৰা শ্ৰমিকক লৈ আহে। ইং ১৮৭৫ চনৰ ভিতৰত এনে ধৰণৰ শ্ৰমিকৰ সংখ্যা ১,০০০০০লৈকে বৃদ্ধি কৰা হৈছিল। তেওঁলোকক নিৰ্দিষ্ট কিছুবছৰৰ বাবেহে অনা হৈছিল। যেতিয়া তেওঁলোকৰ নিৰ্দিষ্ট ম্যাদ উকলি গৈছিল বা কাম কৰিবলৈ অপাৰগ হৈছিল, কোম্পানীয়ে তেতিয়া তেওঁলোকক আৰু বাগানত ৰাখিবলৈ ইচ্ছা নকৰিছিল। এনে ধৰণেৰে বাগানৰ পৰা ওলাই অহা শ্ৰমিক সকলক এতিয়া চৰকাৰৰ ফালৰ পৰাই প্ৰাক্তন চাহ শ্ৰমিক নামেৰে নামাকৰণ কৰা হৈছে। বাগানৰ পৰা ওলায়েই তেওঁলোকৰ প্ৰথম দলটোৱে ওচৰৰ খালী ঠাই, পাহাৰৰ কাষৰীয়া আৰু বননিৰ ওচৰে পাজৰে ঘৰপাতি বাস কৰিবলৈ ল'লে। আদিবাসী মানুহে অসমত থাকিও এইদৰে দুটা ভাগত বিভক্ত হোৱাৰ দৰে হ'ল যি সকলক স্থানীয় চৰকাৰেও মান্যতা দিলে। তেওঁলোকে অসমখনকে নিজৰ মাতৃভূমি হিচাপে ল'লে আৰু কৰ্মভূমি হিচাপেও সকলোৰে লগতে সামঞ্জস্য ৰাখি অসমৰ আৰ্থ - সামাজিক উন্নয়নত অবিহণা যোগাব ধৰিলে বিটোৱে তেওঁলোকক অসমৰ সামাজিক-সাংস্কৃতিক জীৱনৰ অবিচ্ছেদ্য অঙ্গ হিচাপে গণ্য কৰিলে।

### ৪। চাহ শ্ৰমিক : এটি মিশ্ৰিত সমুদায়

অসমৰ চাহ বাগিচাবোৰত কাম কৰা শ্ৰমিকসকল জনজাতি আৰু অজনজাতি হিচাপেও জনাজাত। যিসকল পিচপৰা জনজাতি লোকক বিহাৰ, উৰিষ্যা আৰু মধ্য ভাৰতৰ পৰা অনা হৈছিল, তেওঁলোকৰ সামাজিক দিশটো অত্যন্ত দয়নীয় আৰু শোষিত আছিল। কিছুমান পেছাদাৰী নাইবা কৃষিজীৱি সকলোও বাগানৰ কামত যোগ দিয়ে নিজৰ জীৱিকা কৃষিৰ দ্বাৰাই অসম্ভৱ হোৱা বাবে। এই ধৰণেৰে বাগানত ও বাগানৰ বাহিৰত থকা লোকসকল প্ৰধানতঃ হ'ল সন্থাল বা চাওঁতাল, মুণ্ডা, ওৰাওঁ, ঘাচি, খাড়িয়া, গদবা, তাঁতি, পান, কুমাৰ, কমাৰ, কৰ্মকাৰ, মালি, তেলি, সৱৰ,

কাণ্ড, কাইৰী, বাউৰী, কালাহাণ্ডি, তুৰি, গোৱাল, কলানি, ভৌমিক, মির্জা, সৰল, ৰবিদাস, ভূমিজ, চমাৰ, তেলেঙ্গা, ৰাজপুত, কন্দপান, ৰাইক, গদাইত, মানকি, হাবি, মাল, ৰাৰলা, গদাল, মহান্তি, চাহ, ইন্দৱাৰ, বিচমল, পুৰিয়া, কালিন্দী, কুলু, মূর্মু, কণ্ডা, চৰকন, তামাৰিয়া, ৰাই, চাবাচি, পুতা, গুৰিয়া, ভেনৰা, ধান, চুৰিন, ভুঁইমালি, বানিয়া, ভীল, বিনজিয়া, বেদেয়া, বিৰহোড়, ভূমিজ, ৰাগতি, ৰাকই ছেৰো, ধনোৱাৰ, ধাঙগৰ, গোণ্ড, ঘটোৱাৰ, হো, কেওঁট, লোহাৰ, লোধি, মাল পাহাৰীয়া, নাগবংশী, নোৱাৰ, নাপিত, পৰমা, পাচি, পটাৰ, পটৰা, ৰজৱাড়, কিস্কো, হেম্ৰবম, মার্ডি, হাচদা, টুডু, বেচৰা, চোড়ে, পাওৰিয়া, ডাহাঙ্গা, তিৰু, মিঞ্জ, হোৰো, তপ্নো, হোড়, কাণ্ডনলা, ঝাৰিয়া, দাৰ আৰু সিহ্না ইত্যাদি। ভাৰতৰ এনে বহুভাষী জন সমুদায়ৰ অসাধাৰণ বিভাগ আৰু উপ-বিভাগৰ সংমিশ্ৰণে বিশেষকৈ অসমত ইয়াৰ আৰ্থ-সামাজিক স্তৰৰ সাংস্কৃতিক জীৱনত আৰু ৰাষ্ট্ৰীয় সংহতি গঢ়াত এটি বিৰল আৰু জ্বলন্ত উদাহৰণ দাঙি ধৰি আহিছে।

যিহেতু মিশ্ৰিত অসমীয়া সংস্কৃতি গঠিত হৈছে ক্ৰম বিকাশৰ জৰিয়তে, ঠিক সেই ধৰণে নানান মিশ্ৰিত ভাষী সমূহৰে সংগঠিত হ'ল সন্থাল বা সাওঁতাল সংস্কৃতিও। যেতিয়া আমি তেওঁলোকৰ এই চাহ শ্ৰমিক জীৱনৰ আগৰ সময়লৈ চাওঁ, আমি তেওঁলোকক অষ্ট্ৰিক আৰু দ্ৰাবিড় সংস্কৃতিৰ মিশ্ৰণ হিচাপে পাওঁ। তেওঁলোক আৰ্য্য সংস্কৃতিৰ দ্বাৰাও প্ৰভাবিত। হিন্দু ধৰ্মশাস্ত্ৰ মহাভাৰতত যি নিষাদ সকলৰ কথা উল্লেখ কৰা হৈছে, তেওঁলোকৰ বৰ্ণ আৰু গঠনৰ আধাৰত তেওঁলোকক অষ্ট্ৰিক জনগোষ্ঠীৰ কোল ভাষী বুলি ক'ব লাগিব। এই কোল ভাষী সমুদায়ৰ ভিতৰত প্ৰমুখতঃ সন্থাল বা সাওঁতাল, মুণ্ডাৰী, ভূমিজ, কোড়া, অথবা কোয়া, হো, কৰুৱা, কুৰ্কু, খাড়িয়া, খনাগৰি, জুৱাঙ, সবৰ আদি মূল শাখা হিচাপে থকা দেখা যায়। অসমত চাহ বাগানৰ শ্ৰমিক হিচাপে থকা এই কোল সমুদায়ৰ ভিতৰত ওপৰত উল্লেখ কৰা ধৰণে কম বেছি পৰিমানে পোৱা যায়। তেওঁলোকৰ সাংস্কৃতিক জীৱন এতিয়া কৃষি সাংস্কৃতিক হিচাপে পৰিগণিত হৈছে।

অসমৰ তৰাই বা সমভূমি আৰু পাহাৰুৱা ঠাইৰ গাঁৱৰ সংস্কৃতিৰ মাজত বিশেষ ভিন্নতা দেখা পোৱা নাযায়। তেওঁলোকৰ গাঁৱলীয়া জীৱন সংস্কৃতি কিন্তু চাহ বাগানৰ উদ্যোগিক জীৱনৰ ভিতৰত প্ৰশাসনীয় নিয়ন্ত্ৰণৰ মাজত আৱদ্ধ হৈ হে বৈ আছে।

অৱশ্যে, তেওঁলোকৰ বহুতেই নিজৰ আদিম আৰু আপুৰুগীয়া সংস্কৃতি এতিয়াও নিজৰ জীৱন প্ৰণালীৰ পৰা আঁতৰি যাব দিয়া নাই। তেওঁলোকৰ কিছুমান পুৰণি আখ্যানমতে -- যিসকল চাহ শ্ৰমিক ছোটনাগপুৰ অঞ্চলৰ পৰা আহিছিল, তেওঁলোকৰ পূৰ্বপুৰুষ অষ্ট্ৰিক সকলে বাঁহৰ চুঙাৰ ভিতৰত ধানৰ অঙ্কুৰ গজাইছিল যিটো পদ্ধতি আজিও তেওঁলোকৰ মাজত আছে। আৰ্য্যসকলে যেতিয়া গৰু, ম'হ পুহিছিল আৰু বিভিন্ন ঠাইত বিচৰণ কৰি ফুৰিছিল, তাৰ আগতেই অষ্ট্ৰিক সকলে নদী উপত্যকাত বসবাস কৰিবলৈ লৈছিল আৰু কৃষি প্ৰণালীৰে জীৱন নিৰ্বাহ কৰিছিল। পিচলৈ তেওঁলোকে দ্ৰাবিড় সকলৰ লগত নিচেই ওচৰ সম্পৰ্কলৈ আহে, তেওঁলোকৰ সংস্কৃতিৰ আদান-প্ৰদান ঘটে আৰু মিশ্ৰিত হয়। আজিৰ চাহ বাগানবোৰতো তেনেকুৱা কিছুমান দ্ৰাবিড় লোকৰ লগত অষ্ট্ৰিক সকলৰ আন্তৰিকতা আৰু সমন্বয় নিবিড়ভাৱে দেখা যায়। অষ্ট্ৰিকসকলে নিজৰ পূৰ্বপুৰুষ সকলে এৰি থৈ যোৱা উৎসৱ, পৰম্পৰা, লোক বিশ্বাস আদিকে সুৰক্ষিত কৰি আছে; তেওঁলোকে বিভিন্ন দেৱ-দেৱীক পূজা আৰু ভক্তি কৰাৰ জৰিয়তে সেইবোৰৰ প্ৰতিফলন হোৱা দেখা যায়।

এইটো সঁচা যে অসমত বসবাস কৰা সন্থাল সকলৰ অজানিতে আৰু ভিতৰুৱাকৈ কিছুমান সাদৃশ্যতা খাচি সকলৰ লগতো দেখা যায়। তেওঁলোকৰ ভাষাত প্ৰয়োগ কৰা শব্দবোৰ, তিৰোতা সকলে পিন্ধা-উৰা কাপোৰৰ সামঞ্জস্যতা, গহনা আদিৰ সাদৃশ্যতাৰ লগত মেঘালয়ৰ খাচিসকলৰ বহু পৰিমানে একে বুলি ক'ব লাগিব। তেওঁলোকেও কয় যে তেওঁলোকও অষ্ট্ৰিক জনগোষ্ঠীৰেই মানুহ।

# অধ্যায় ঃ তৃতীয়
## (প্ৰথম খণ্ড)

**অসমত আদিবাসী সকল ঃ**

অসমত আদিবাসী বা আদিমবাসী সকলৰ বসবাস বুলি ক'বলৈ গ'লে আমি প্ৰস্তৰ যুগৰ ইতিহাসলৈ উভতি যাব লাগিব। নৱ-প্ৰস্তৰ যুগৰ অষ্ট্ৰো-এচিয়াটিক জনগোষ্ঠী সমূহৰ মানুহেই এই অঞ্চলৰ একমাত্ৰ বাসিন্দা আছিল। তেওঁলোকক প্ৰতিনিধিত্ব কৰিব পৰা এতিয়াৰ জনগোষ্ঠী হ'ল — মেঘালয় ৰাজ্যৰ মনখেমৰ আৰু চিন্তাঙ সকল যি সকলক এসময়ত সমভূমি অঞ্চলৰ পৰা উত্তৰ পশ্চিমেদি অহা দ্ৰাবিড়সকলে খেদি পঠিয়াইছিল। ইয়াৰ পিছত আকৌ দ্ৰাবিড়সকলে উত্তৰ পূৱৰ পৰা অহা মঙ্গোল সকলৰ প্ৰচণ্ড হেঁচা সহ্য কৰিবলগীয়া হ'ল। হয়তো তেওঁলোকৰো বহুতো ইয়াৰ পৰা আঁতৰি গ'ল অন্য ঠাইলৈ। আকৌ আৰ্য্যসকল এটা সময়ত আহিল আৰু তেওঁলোকে মঙ্গোলিয়ান সকলক পাহাৰৰ ফালে খেদি পঠিয়ালে। ৰজা নৰকাসুৰে আৰ্য্যসকলক প্ৰাগ্‌জ্যোতিষপুৰত বসবাস কৰাৰ সুবিধা কৰাইছিল বুলি বুৰঞ্জীত উল্লেখ পোৱা যায়। তেতিয়াৰ আৰ্য্যসকলৰ উত্তৰাধিকাৰী সকলে আজিও অসমৰ সমভূমি অঞ্চলত আধিপত্য বিস্তাৰ কৰি আছে আৰু আমাৰ অধ্যয়নৰ অঞ্চলত তাৰ প্ৰতি চিহ্ন এতিয়াও স্পষ্ট দেখা যায়।

ইতিহাসে কয় যে অষ্ট্ৰিক সকলৰ গাঁওমুখী কৃষি সংস্কৃতি আছিল। তেওঁলোকে ভাৰতত প্ৰথমে পাহাৰ আৰু সমভূমি অঞ্চলতহে নিজৰ সভ্যতা বিস্তাৰ কৰিছিল। মধ্যভাৰতৰ দুৰ্গম অঞ্চলত, হিমালয়ৰ নামনি, পাহাৰুয়া অঞ্চলত, গঙ্গা আৰু ব্ৰহ্মপুত্ৰ নদীৰ উপত্যকাই আছিল তেওঁলোকৰ বসবাসৰ স্থান আৰু সাৰুৱা খেতি কৰা ঠাই। এটা সময়ত তেওঁলোকে পুৰণি অসমৰ সীমা অতিক্ৰম কৰি দক্ষিণ পূৱ এচিয়াৰ ফালে আগুৱাই গ'ল – পূৱ ভাৰতীয় দ্বীপপুঞ্জ, মলেনেচিয়া, পলিনেচিয়া আৰু অষ্ট্ৰোনেচিয়া আদি ঠাইবোৰ পালেহি। পিচলৈ এটা সময়ত তেওঁলোক আকৌ উভতি

আহিল। তেওঁলোক আকৌ মঙ্গোলিয়ান সকলৰ লগত মিশ্ৰিত হ'ল। নিয়াৰিকৈ চালে তেওঁলোকৰ কিছুমান গুণ নগা সংস্কৃতি, মনখেমৰ ভাষা আৰু খাচী, জয়ন্তীয়া পাহাৰীয়া মানুহৰ লগত মিল থকা দেখা যায়। খাচীয়া পাহাৰত জুম বা ঝুম খেতি কৰা পদ্ধতিয়েই অষ্ট্ৰিক সকলৰ কৃষি পৰম্পৰাৰ বিষয়ে পৰিচয় দিয়ে। আমি পোৱা ধানৰ ভিতৰত 'জহা' শব্দটো, গঙ্গা, বঙ্গ বা বঙ্গা, গুৱা (তামোল) বা গুৱাহাটী ইত্যাদি শব্দই অষ্ট্ৰিক ভাষা প্ৰয়োগৰ স্পষ্ট উদাহৰণ দাঙি ধৰে। বৰ্ত্তমান অসমীয়া ভাষাৰ যিবোৰ শব্দৰ প্ৰতিৰূপ সংস্কৃতি সাহিত্যত পোৱা নাযায় অথবা মঙ্গোলিয়ান ভাষাতো পাবলৈ নাই, নিশ্চয় সেইবোৰ অষ্ট্ৰিক ভাষাৰ পৰা অহা বুলি ক'ব লাগিব। অষ্ট্ৰিক ভাষাৰ পৰা অসমীয়া ভাষালৈ অৱদান যেনে — হোলোং, পমা, উৰিয়াম, বিৰিং, চাকলাই, থোইলাংনি, ফাক ডেমা, ভাতঘিলা, শলকা ইত্যাদি ব্যৱহৃত শব্দ।

অসমৰ পাহাৰ আৰু সমভূমি অঞ্চল উভয়েই অষ্ট্ৰিক সংস্কৃতিয়ে মঙ্গোলিয়ান সংস্কৃতিত বাৰুকৈয়ে প্ৰভাৱ পেলোৱা পৰিলক্ষিত হয়। অষ্ট্ৰো-মঙ্গলিয়ান সংস্কৃতিৰ পলসে পিচলৈ আৰ্য্য সংস্কৃতিত প্ৰভাৱ পেলায়। অসমৰ গাঁৱলীয়া আৰু কৃষি সংস্কৃতি বিশেষকৈ অষ্ট্ৰিক সকলে আগুৱাই নিয়া পলসুৱা সংস্কৃতি বুলিহে ক'ব লাগিব। অষ্ট্ৰিক সকলে সংস্কৃতিৰ বীজ সিঁচিলে আৰু পিচলৈ দ্ৰাবিড়, আৰ্য্য আৰু মঙ্গোলিয়ানসকলে তাতেই নতুনত্বৰ উৎপাদন কৰিলে।

আমি ইতিমধ্যে আগৰ অধ্যায়তেই আলোচনা কৰি আহিছোঁ যে বিশ্বৰ জনজাতি গোষ্ঠীৰ ভিতৰত ভাৰতত থকা জনজাতি সমূহেই আটাইতকৈ বৃহৎ গোষ্ঠী। এওঁলোক সকলোৱেই কোল ভাষা সমূহৰ পৰা সৃষ্ট। আকৌ কোল জনগোষ্ঠী সমূহৰ ভিতৰত সন্থাল বা সাওঁতাল সকলেই আটাইতকৈ ডাঙৰ ফৈদ বা খেল। আধুনিক সাওঁতাল শব্দৰ প্ৰতিৰূপ শব্দ 'সমনপাল' বুলি যিটো মহাভাৰতত উল্লেখ কৰা হৈছে, তেওঁলোকে ভাৰতীয় জনজাতি সকলৰ ভিতৰত আটাইতকৈ উচ্চ মৰ্য্যাদা সম্পন্ন ভূমিকা লোৱা দেখা যায়। আমাৰ অনুসন্ধানৰ উদ্যোগত তেওঁলোকৰ বিষয়ে এটি বৰ্ণনাত্মক আলোচনা কৰা আৰু অসমৰ সাওঁতাল সকলৰ বিষয়ে বিস্তৃতভাৱে ব্যাখ্যা কৰাটো। এইখিনি প্ৰয়াস কৰাৰ উদ্দেশ্যৰ অন্তৰালত আছে, তেওঁলোকৰ উত্থানৰ বিষয়লৈ এটি বাস্তৱিক চিত্ৰ দাঙি ধৰাটো আৰু স্থানীয় অসমীয়া সংস্কৃতি গঠনত তেওঁলোকে লৈ অহা গঠনাত্মক ভূমিকা অধ্যয়ন কৰাটো।

কিছুমান বিশিষ্ট লিখক আৰু এই জনগোষ্ঠীয়ে দিয়া মন্তব্যবোৰ আমি উল্লেখ কৰিব পাৰোঁইক। টি.এম. লিৰ্ডন নামৰ লিখক জনে কৈছে যে — সাওঁতাল সকল

চিৰযুগমীয়া প্ৰকৃতিৰ মাজত আৰু বাঁহৰ সঁজুলি সাজি গান গোৱা জাতি।' আন লিখক এজন ক্লিমেন্ট এগাৰটনে তেওঁলোকৰ ওপৰত আৰু কিছু বিস্তৃত বাখ্যা দি কৈছে — "তেওঁলোকৰ শাৰীৰিক গঠন মজবুত আৰু মুক্ত, চকুবোৰ উজ্জ্বল আৰু বুধিয়ক কিন্তু মই ভাবো এইটো তেওঁলোকৰ অপ্ৰকাশ্য মৰ্য্যাদা যিটোৱে মোক প্ৰভাৱান্বিত কৰিছে এটি পবিত্ৰ মৰ্য্যাদাই যি অন্যৰ দ্বাৰা কেতিয়াও প্ৰভাৱিত হোৱা নাই। তেওঁলোক অতীততো জীৱন্ত আছিল আৰু নিজৰ শক্তিৰ প্ৰতি সজাগ আছিল; আৰু এইটোৱেই মোক তেওঁলোকৰ প্ৰতি আকৃষ্ট কৰিব পাৰিছে জীৱন্তভাৱে।"

আন এজন লিখক ক্লেনোস্কিয়ে কৈছে — " এইটো সম্ভৱত বিষয়বস্তু আৰু কল্পনাৰ পোনপটীয়া মিশ্ৰণ হ'ব পাৰে, বিস্তৃত আৰু সামাজিক পৰিনাম হিচাপে আৰু এইটো জানিবলৈ আৰম্ভ কৰাটো সম্পূৰ্ণ ব্যক্তিগত হ'ব পাৰে — কিন্তু ইয়াৰ সাৰগৰ্ভতাত আৰু ভাল পোৱাৰ বিভিন্নতাত লুকাই আছে এটি দাৰ্শনিক সত্য, ইয়াৰ আকৰ্ষণ কবি সকলৰ বাবে আৰু অধিককৈ জনাৰ ইচ্ছা নৃতত্ত্ববিদ সকলৰ বাবে।" সাওঁতাল সকলৰ ভাষা-সাহিত্য, সংস্কৃতি-প্ৰগতি আদিৰ প্ৰতি আকৃষ্ট শুভাকাঙ্খী সকলৰ ভিতৰত আছে কাৰ্ষ্টেয়াৰ, ৰোমপাচ, ক্যাম্পাৱেল, কেৰ্মফিল আৰু মহামতি বোডিঙ।

চাওঁতাল জাতি, তেওঁলোকৰ নৃত্য আৰু গানৰ প্ৰতি প্ৰেম, তেওঁলোকৰ তেজস্বী শৰীৰ, মুক্ত স্বতন্ত্ৰতাৰ মাজত বিচৰণ কৰা পুৰুষ আৰু নাৰী, তেওঁলোকৰ বোঙ্গা ঈশ্বৰৰ প্ৰতি থকা বিশ্বাস অথবা প্ৰাকৃতিক আত্মাৰ প্ৰতি থকা আস্থাই নিৰীক্ষণকাৰী সকলক আদিম ভাৰতৰ বিষয়ে উনুকিয়াই দিয়ে — তেওঁলোকৰ কাব্য প্ৰেৰণা, সৰলতা, বিষয়াসক্ত আৰু অনুৰক্ততাই ভাৰতবৰ্ষৰ কালিদাস, অমৰু আৰু জয়দেৱৰ ভাৰতীয় প্ৰেমানুভূতিৰ প্ৰতি স্মৰণ কৰায়।

**২। সাওঁতাল সকল ক'ত বসবাস কৰে?**

ইণ্ডো-মলেনেচিয়া জাতি হিচাপে আৰু অনা-আৰ্য্যভাষী হিচাপে সাওঁতালী সকলে আৰ্য্য আৰু দ্ৰাবিড় সকল আৰু হিন্দু বা মুছলমানৰ পৰা অপ্ৰভাৱিত জাতি হিচাপে তেওঁলোকৰ নিজস্ব সংস্কৃতি বজাই ৰাখিব পাৰিছে। তেওঁলোকৰ মূল বাসস্থানৰ ঠাই সমূহ হ'ল — মধ্য ভাৰত, গঙ্গা নদীৰ উপত্যকা আৰু ইয়াৰ ওচৰ-চুবুৰীয়া অঞ্চলসমূহ।

বৰ্ত্তমান তেওঁলোক বিভিন্ন ঠাইলৈ সিঁচৰতি যদিও তলত উল্লেখ কৰা ঠাই সমূহত তেওঁলোক স্থায়ীভাৱে বসবাস কৰে।

**স্থান সমূহ ঃ**

১। বিহাৰৰ ধনবাদ আৰু হাজাৰিবাগ জিলা, সাওঁতাল পৰগণা, ঝাৰখণ্ড আৰু ছত্তিশগড় ৰাজ্য।

২। বৰ্দ্ধমান জিলা আৰু পশ্চিমবঙ্গৰ আন বহুতো জিলা

৩। অসমৰ কিছু কিছু অঞ্চল

৪। নেপাল

৫। ভূটান

৬। বাংলাদেশ

৭। উৰিষ্যা ৰাজ্যৰ দোচাৰ এলেকা সমূহ

৮। সিংভূম আৰু মানভূম, নতুন বিহাৰ আৰু পুৰণা জিলা হিচাপে গোণ্ডা।

৯। বীৰভূম আৰু ছোটনাগপুৰ এলেকা

১০। পশ্চিমবঙ্গৰ হুগলী, মেদিনিপুৰ, বাঁকুড়া আৰু পুৰুলিয়া জিলা।

ওপৰৰ উল্লেখ কৰা ঠাই সমূহৰ বাহিৰেও আন কিছুমান ঠাইত তেওঁলোকে বসবাস কৰা দেখা যায় আৰু কম বেচি পৰিমানে য'ত পৰিৱেশে তেওঁলোকক আদৰণী জনাইছে। তেওঁলোকৰে কিছুমান আকৌ স্থানীয় ব্ৰাহ্মণ জাতি সমূহৰ পৰা বা আন জনজাতি সংস্কৃতিৰ পৰা প্ৰভাৱিত হোৱাও দেখা যায়। তেওঁলোক নিজে বৰ্ণনা দিয়া অনুসাৰে, তেওঁলোকৰে আদিম স্থান আছিল দক্ষিণ আফ্ৰিকাৰ উত্তৰ পশ্চিম খণ্ডত অৱস্থিত গোণ্ডোৱানালেণ্ড।

তেওঁলোকৰ বহুজনৰ মাজত গৃহীত ভাষা হ'ল -- 'অলচিকি মাতৃভাষা। তেওঁলোকৰ যে লিপি আছে অসমত কিন্তু ইয়াৰ বিকাশ হোৱা দেখা নাযায় কাৰণ সাওঁতালী ভাষাৰ লিখক সকলে যথেষ্ট মাত্ৰাত কিতাপ লিখা দেখা নাযায় নাইবা তেওঁলোকে নিয়মিত ভাৱে ভাষা বিকাশৰ দাবী কৰাও দেখা নাযায়। সাওঁতালী ভাষা সাধাৰণতে যথেষ্ট জটিল আৰু আন ভাষাবোৰতকৈ সুৰত পাক লগা ধৰণৰ।

সাওঁতাল আৰু মুণ্ডাসকলক যদি ককাই ভাই হিচাপে ধৰা হয় কোনো অত্যুক্তি কৰা নহ'ব; কাৰণ মুণ্ডাসকলে সাওঁতাল সকলৰ ভাষা সম্পূৰ্ণ বুজিব নোৱাৰে কিন্তু সাওঁতাল সকলে মুণ্ডাৰী ভাষা সম্পূৰ্ণকৈ বুজি পায়।

আন আন জাতি সমূহৰ দৰেই সাওঁতাল জাতিয়েও তেওঁলোকৰ জীৱন শৈলীৰ কিছুমান তত্ত্ব অথবা সাৰমৰ্ম সুৰক্ষিত কৰি ৰাখিছে। পৰম্পৰাগত বিশ্বাস, প্ৰকৃতি প্ৰেম, স্বতন্ত্ৰতা প্ৰেম আৰু উপভোগ, মাতৃভূমিৰ প্ৰতি প্ৰেম আদিয়ে তেওঁলোকক

গৰ্বিতভাৱে ৰাখিছে আনৰ পৰা প্ৰভাৱিত নোহোৱাকৈ।

সাওঁতাল সকলৰ জীৱন শৈলীবো শিশু জন্মৰ পৰা পূৰ্ণ মানৱ আৰু জীৱনৰ শেষ বা মৃত্যু পৰ্য্যন্ত এটা ডাঙৰ কাল ক্ৰমণিকা দেখা পোৱা যায়।

-যেতিয়া এটা শিশুৰ জন্ম হয় তাত কৰ্ম আৰু শুদ্ধিকৰণ বা পবিত্ৰতাৰ কথা আহি পৰে। যেতিয়া শিশুটোৱে কিশোৰ অৱস্থা পায়হি সি নিজৰ ঘৰতে বহুতো কথা শিকিবলগীয়া হয় — গাঁওৰ বিষয়ে, চিকাৰৰ বিষয়ে আৰু সমাজৰ বিষয়ে। সেইবোৰ বোধ হোৱাৰ স্থান বা উপায়বোৰ হ'ল - উৎসৱ-পৰ্ব আৰু পৌৰাণিক কথা।

সাওঁতাল সকলৰ মাজত থকা লিংগ ভেদৰ নিয়ম গাঁওৰ প্ৰেমিক, সামাজিক নৃত্য, বিবাহ পদ্ধতি, প্ৰকৃতি প্ৰেম, মন্ত্ৰ-তন্ত্ৰ বা ডাইনী আৰু বোঙ্গা ইত্যাদিও এটা সম্পূৰ্ণ ক্ৰমবিকাশৰ ইতিহাস। ইয়াৰ হুবহু ব্যাখ্যাই নতুন এটা বিস্তৃত অধ্যয়নৰ সূচনা কৰিব তেওঁলোকৰ জীৱন-শৈলীৰ বিষয়ে।

**(খ) সাওঁতাল গাঁও : এটি সাংস্কৃতিক চিত্ৰ**

"সাওঁতাল" শব্দটো সাধাৰণতে বিভিন্ন বংশ বা গোত্ৰৰ এটি সংহত ৰূপ। এই গোত্ৰ সমূহৰ সংগত বসবাসত সাওঁতালসকলৰ সংস্কৃতিটো অসম বা অন্যান্য ঠাইৰ গাঁও সমূহতো সচৰাচৰ ভাৱেই পোৱা যায়। তেওঁলোকৰ গাওঁবোৰত এটা একচেতীয়া মুক্ত আনন্দ পোৱা যায়। ইয়াক সাব্যস্ত কৰিবলৈ সাওঁতাল পৰগণা জিলা বা বৰ্ত্তমানৰ ঝাৰখণ্ড ৰাজ্যৰ এটি নমুনা আমি প্ৰস্তুত কৰিব পাৰোঁ য'ত তেওঁলোকে পাহাৰৰ নামনিত আনন্দেৰে আশ্ৰয় লৈছে বছৰৰ মাৰ্চ মাহৰ প্ৰচণ্ড ধুমুহা আৰু আগষ্ট মাহৰ বায়ুবেগী বৰষুণৰ পৰা ৰক্ষা পাবলৈ। পূব আৰু দক্ষিণফালে তেওঁলোকৰ আম গছৰ বাগানে ৰক্ষা কৰে ৰ'দ মুক্ত ঠাইত কিন্তু বতাহ আৰু ধুমুহাৰ পৰা। উত্তৰৰ ফালে সেই হাবি-বননিবোৰ ক্ৰমে উজাই গৈছে পাহাৰলৈ য'ত এই মনোমোহা দৃশ্যৰ শেষ সীমা পায়গৈ। এই ধৰণৰ আনন্দৰ জীৱন আম গছৰ বাগিচাৰ মাজত বা মুক্ত ময়দানত দেশৰ বহুতো অঞ্চলতে পোৱা যায় য'ত তেওঁলোক অতীজৰে পৰা বসবাস কৰি আহিছে বা বৰ্ত্তমানো বাস কৰিব বিচাৰে। কিন্তু উল্লেখ কৰা প্ৰয়োজন যে এনেহেন মনোমোহা আৰু আৰামদায়ী জীৱন হয়তো কিছুমানে অতীততে হেৰুৱাই পেলাইছে আৰু হয়তো পৈত্ৰিক ভূমি বুলি সেই ঠাইবোৰ চাবলৈ আন কোনোবা ঠাই বা বৰ্ত্তমান বসবাস কৰা ঠাইৰ পৰা কেতিয়াবা আহি এভুমুকি মাৰি যায়, যেন এয়া পৈত্ৰিক ভূমিৰ মৰম।

কৰ আদায়ৰ ওপৰত ইষ্ট-ইণ্ডিয়া কোম্পানীৰ দমন মূলক কাৰ্য্য, সেই সময়ৰ

দেশৰ বিভিন্ন ঠাইৰ কৃষক বিদ্ৰোহ, অসম চাহ কোম্পানীৰ বনুৱা বা শ্ৰমিকৰ আমদানিৰ ভাৰাতীয় পদ্ধতি আদিয়ে আদিবাসী মানুহক অসমলৈ আগমন কৰাইছিল। এই বিলাক ঘটনাৰ পৰিণামো বেলেগ বেলেগ। তেতিয়াৰ শ্ৰমিকসকল যি সকল প্ৰাক্তন চাহ শ্ৰমিক হিচাপে জনাজাত হ'ল, চাহ বাগানৰে ওচৰ-চুবুৰীয়া ঠাই, পতিত ভূমি, জঙ্গল, পাহাৰ আৰু ইয়াৰ নামনি অঞ্চলত বসবাস কৰিবলৈ ল'লে। তেওঁলোকক অসমলৈ অনা হ'ল বা আহিল, কিন্তু সময়ত তেওঁলোকে এই ভূমিকে নিজৰ মাতৃভূমি হিচাপে আকোৱালি ল'লে। ইমানতো তেওঁলোকৰ পৰম্পৰা আৰু ৰীতি-নীতিত কিন্তু স্থানীয় প্ৰভাৱ বিশেষভাৱে পৰা পৰিলক্ষিত নহয়। স্থানীয় সংস্কৃতিৰ লগত নিজকে মিলাই ল'বলৈ তেওঁলোকে ইয়াৰ জীৱন শৈলীৰ লগত কোনো ভিন্নতা ৰখা নাই যদিও নিজৰ বাপতি সাহোনও সংস্কৃতি সযত্নে-সুৰক্ষা কৰি আহিছে।

আদিবাসীসকলৰ পৰম্পৰা আৰু ৰীতি-নীতিয়ে দিয়া সম্পদ যিবোৰক তেওঁলোকে নিজৰ বাপতি সাহোন বুলি ভাবে, সেইবোৰ প্ৰত্যেকখন গাঁওতে জিলিকি উঠে — ৰাস্তা, গলি আৰু আলিবোৰে সেইবোৰ সীমা বান্ধি ৰাখে। এই বোৰ লুং লুঙীয়া বাটেদি ধানৰ ডাঙৰি আহে, খৰি আৰু ধানৰ বোজা, গৰু গাড়ী আহে আৰু কেতিয়াবা চাফ্‌চিকুণ ধান বোজাই হোৱা গাড়ীবোৰ বজাৰলৈ যায়। ওখোৰা-মোখোৰা বালিময় ধৰাৰ ওপৰত মাই, বাই আৰু ভনী সকলে নাচে। এইবোৰ ৰাস্তা, গলি আৰু আলিৰ ওপৰতেই গাঁওবাসী সকলে আনন্দেৰে ভোজ খায়. সভা পাতে বিচাৰৰ বাবে, পৰিষদ বহে ন্যায়বিচাৰৰ বাবে।

যেতিয়া তেওঁলোকৰে এজনে কিবা এটা অপৰাধ কৰিলে আৰু ঘটনাটোৰ ওপৰত বিচাৰ চলাবলগীয়া হ'লে — গাঁওবাসী মানুহবোৰে গাঁওৰ মুখীয়ালজনৰ ঘৰত জমা হয় অথবা সকলোবোৰ ৰাস্তাৰ কাষতে বহে। ৰাস্তাবোৰ তেতিয়া অকল মানুহৰ ঘৰলৈ যোৱা ৰাস্তা হৈয়ে নাথাকে, বৰং এইবোৰেই নাচনীৰ চোতাল, পৰিষদৰ সভাগৃহ আৰু ন্যায়ৰ দণ্ডগৃহ হিচাপেও পৰিচিত হয়। অৱশ্যে অসমৰ কিছুমান ঠাইত পৰিৱেশ অনুসাৰে সাওঁতালসকল যথেষ্ট আগবাঢ়ি আহিছে। কিন্তু পিচপৰা গাঁও, অনুন্নত অঞ্চল সমূহত আলোচনা, নিৰ্ণয় আৰু ন্যায় বিচাৰ সঠিক আৰু চূড়ান্ত ভাৱে নিজৰ ভিতৰতে সীমাবদ্ধ থাকে।

**১৭ এখন সাওঁতাল গাঁও ঃ**

গাঁওসমূহৰ ৰাস্তাবোৰে এহাতে সাওঁতাল সকলৰ একতাৰ নিদৰ্শন দাঙি ধৰে আৰু আনহাতে গাঁওবোৰে এটি অনুপম আৰু মুক্ত বাতাবৰণৰ উদাহৰণ প্ৰস্তুত কৰে।

বোকামাটিৰে বনোৱা চিমেন্ট সদৃশ পৰিশুদ্ধ বেৰ বা দেৱালবোৰ শান্তিদায়ক, মজবুত, পৰিছন্ন; ইটা বা খেৰেৰে তৰপে-তৰপে বনোৱা সু-সজ্জিত ঘৰৰ চালবোৰ অতি যতনেৰে বনোৱা স্তম্ভ সমূহৰ স্মৃতি দাঙি ধৰে। জোনাক ৰাতিত সেই ঘৰবোৰ স্পষ্ট আৰু পৰিস্কাৰকৈ দেখা দিয়ে। ৰৰষুণৰ বেলিকাও ঘৰবোৰৰ শৃঙ্গাৰ আৰু সাজ-সজ্জাৰ আকৰ্ষণ ম্লান নপৰে। পূব ভাৰতৰ বাসিন্দা সম্পূৰ্ণ জনজাতি সকলৰ নিচিনা প্ৰতিভাৰ বিদ্যা আন জনজাতি সকলৰ সংস্কৃতিত পাবলৈ নাই। প্ৰত্যেকটো ঘৰৰ এই মজিয়াবোৰ দহ বৰ্গ গজৰ থাকে, য'ত দিনটোৰ ভিতৰত কেইবাবাৰো পৰিস্কাৰ কৰি চাফ্‌চিকুণকৈ ৰখা হয়। ইয়াতেই চাউল আৰু মহুৱাৰ গুৰি শুকোৱা হয়, কাপোৰ মেলি দিয়া হয় আৰু উৰলত খুন্দিয়াই খুন্দিয়াই ধানৰ তুঁহ গুচোৱা হয়। গৰম কালিত মানুহবোৰ মজিয়াতে বহি লৈ ৰচী পকোৱা, পাচি নাইবা ডাঙৰী বনোৱা, নাঙল তৈয়াৰ কৰা নাইবা কাঠ-বাঁহৰ বস্তু বনোৱাত মনোনিৱেশ কৰে।

ঘৰতে কোনোৱা ল'ৰা বা ছোৱালীৰ বিয়াৰ দিন ঠিক কৰা হ'লে, তেনেকুৱা মজিয়াতে বিবাহ বেদী সজোৱা হয় যিখন ঠাইৰ চাৰিওফালে গাঁওৰ ছোৱালী আৰু মহিলা সকলে ঘুৰি ঘুৰি নাচে। জানিয়েই হওক বা নাজানিয়েই হওক, সকলো সাওঁতাল গোষ্ঠীয় উপখেল সমূহে ঘৰুৱা পৰিবেশেৰে এনেহেন শৃঙ্খলাৰে অনুসৰণ কৰে।

২। নিশ্চিত ঠাই আৰু ব্যৱস্থা ঃ

নতুনকৈ বিবাহ পাশত বহা ল'ৰাটোৰ বাবেও ঘৰৰ ভিতৰতে নিৰ্দ্দিষ্ট ব্যৱস্থা কৰা হয়। ডাঙৰকৈ থকা কোঠালীৰ বাহিৰৰ মজিয়াত অথবা খোলা ঠাইত এটি নতুন কোঠালীৰ ব্যৱস্থা কৰা হয়, যাৰ বাহিৰৰ ফালে আগলি বেৰ বা দেৱাল থাকে। তেনেকুৱা কোঠালী কেতিয়াবা সামান্য দেৱাল বা বেৰ দি বিভাজিত কৰা হয়। কোঠালীত কেতিয়াবাহে খিৰিকী দিয়া হয়। আনফালেদি তেনেকুৱা একান্ত সৰু কোঠালীলৈ বাহিৰৰ পৰা অতি পাতল পোহৰহে মাত্ৰ পৰে। তেনেকুৱা কোঠালীত জাৰকালি গৰম আৰু গৰমৰ সময়ত শীতল অনুভৱ হয়। এই ধৰণে বনোৱা ডাঙৰ কোঠালীবোৰত ঘৰৰ সম্পূৰ্ণ ভিতৰুৱা কাম সম্পন্ন কৰা হয়। প্ৰত্যেকটো কোঠালীয়েই একোটা ভাখৰী, ভাণ্ডাৰ, পাকঘৰ আৰু শোৱা কোঠালী। ঘৰৰ গহনা আৰু কাপোৰ আদি কাঠৰ বাকচত ৰখা হয়।

পথালিকৈ দিয়া বাৰান্দাবোৰত মুঠাকৈ ৰখা মাকৈ ওলোমাই থোৱা হয় আৰু সেইধৰণে ধান আৰু মহুৱা ধানৰ খেৰৰ ডাঙৰ ডাঙৰকৈ ডাঙৰি বান্ধি তাৰ ভিতৰত থোৱা হয়। কোঠালীটোৰ এটি কোণত জুই জ্বলি থাকে, কুকুৰা চৰাইবোৰ দুৱাৰেদি

লাহে লাহে খোজ দি গৈ থাকে। কাষতে পানীৰ পাত্ৰ বা কলহ, ৰন্ধা বঢ়াৰ বাচন - বৰ্ত্তন, ধনু কাঁড়, লাঠি আৰু বাঁহীবোৰ তক্তাপোচৰ চাঙত অ'ত-ত'ত থোৱা দেখা যায়। ৰাতি থোৱা বাহী ভাতকে কিছুমানে নিমখ সানি গৰম কৰি ৰাতি পুৱাৰ জলপান হিচাপে খায়। দুপৰীয়া ভাত তৰকাৰী ভালকৈ বনোৱা হয়, আগ-পিচকৈ সকলোৱে আনন্দেৰে খায়। ৰাতিও এই ধৰণে খোৱা-লোৱাৰ ব্যৱস্থা থাকে। বিয়া আৰু পূজা-পাৰ্বন আদিত বনাই থোৱা খাদ্য চাউলৰ পৰা বনোৱা মদেৰে খোৱা হয় য'ত ৰানু মিহলি কৰা থাকে আৰু এই ধৰণে খোৱা খাদ্যখিনি চাৰি-পাঁচ দিনলৈ থৈ দিয়া হয়। এই ধৰণে খাদ্য বস্তুবোৰ বনোৱাৰ পিচত নতুনকৈ বিয়া হোৱা দম্পতিক এটি বেলেগ কোঠালী দিয়া হয় য'ত তেওঁলোকে একে লগে শুব পাৰে আৰু ঘৰৰ সমূহ পৰিয়ালৰ বাবে ঘৰৰ ভিতৰতে শোৱাৰ বেলেগ বেলেগ ব্যৱস্থা কৰা হয়। গাহৰি গঁৰাল, গৰু-গোহালি, হাঁহ -মূৰ্গীৰ ঘৰ খোলা মজিয়াৰ আন এফালে অথবা ঘৰৰ পিচ ফালে বনোৱা হয়। ঘৰৰ সন্মুখৰ মজিয়া বা বাৰান্দাৰ কাষতে এটা প্ৰকাণ্ড ঢেকীশাল বহোৱা থাকে যাৰ পৰা প্ৰায় সদায় ৰাতিপুৱা এটি নিয়মীয়া শব্দ শুনায়। কিছুমান গাঁওৰ ভিতৰত কেইটামান ঘৰৰ সমজুৱাকৈ একোটা ঢেকীশাল থাকে। একোটা ঢেকীশালত প্ৰথমে এজনী ছোৱালীয়ে ভৰি দিয়ে আৰু পিচলৈ দুই তিনি জনীৰে শালটোত পিচফালৰ পৰা ভৰিৰ জোৰত নিয়মীয়াকৈ কোব দিয়া হয়। ধান বনা, চিৰা খুন্দা বা আন শস্য খুন্দিয়াই খাদ্য বস্তু তৈয়াৰ কৰা এয়া আদিমযুগৰ পৰা একেই পদ্ধতিৰে চলি আহিছে।

পাহাৰুৱা ঠাইত বসবাস কৰা সাঁওতাল সকলৰ বাবে মহুৱা গছৰ বিশেষ মহত্ব আছে। ঘৰৰ কাষতে বাৰীৰ এফালে সৰু বাগিচা কৰা হয় য'ত বিভিন্ন ধৰণৰ শাক-পাচলি লগোৱা থাকে। ৰঙালাউ, লতাজাতীয় পাচলি বা পানীলাও আদি ৰুবলৈ কাষতে সৰুকৈ বাৰীত কুঁহিয়াৰ খেতি, কেইজোপামান ফলগছ আৰু তেনেকুৱা কিছুমান ফল লাগিব পৰা লতাগছ আদি ৰুই দিয়া থাকে। কঁঠাল, তেঁতেলি ঢেঁড়াৰ গছ, আকৈ, অৰহৰ, বজৰা আদিৰ খেতি কৰা হয় ঘৰৰ পৰা কিছু দূৰত আৰু সৰু বজৰা অথবা অন্যান্য খেতি ঘৰৰ কাষতে লগোৱা হয়। এই ধৰণে কৰা খেতি বোৰ জাৰকালি পৰাৰ আগে আগে চপাবলে হয়; সেয়ে, সময়তে পকিবলৈ যোৱা অন্য মূল খেতিৰ অপেক্ষাত যথেষ্ট সহায় কৰে। মহুৱা গছৰ ফুলৰ গুৰিৰ পৰা তেওঁলোকে ঘৰৰ বাবে বা ঘৰুৱা মদ তৈয়াৰ কৰে। তেওঁলোকে কঠোৰ পৰিশ্ৰমী, উদ্যোগী, সহনশীল, ধৈৰ্য্যশীল আৰু স্বাৱলম্বী। খেতি লগোৱাৰ সময়ত ছালোৱা সকলে

গৰুহাললৈ ৰাতিপুৱাই পথাৰলৈ যায় আৰু ছোৱালী বা তিৰোতাসকলে ভূঁই ৰুবলৈ প্ৰায় দুঘন্টামান পিচতহে যায়। আঁঠুৰ ঘিলালৈকে কাপোৰ কোচাই লৈ বোকাময় মাটিত নামি যায় জুম-জুম বান্ধি আৰু হাতত লোৱা ভূঁইবোৰ শাৰী শাৰীকৈ ৰুবলৈ ধৰে কিছুমান গানৰ ধ্বনি দিয়াৰ লগে লগে। গানবোৰ এনেধৰণৰ ঃ

ধন ঐ ধন!

ক'তেনো আমাৰ মাঁ ?

ক'তেনো আমাৰ বাবা?

মোৰ মাঁ আৰু বাবা

বতাহ্ আৰু বৰষুণ

মোৰ গাখীৰেই বৰষুণৰ টোপাল।

আমাৰেই পথাৰত

আমাৰেই প্ৰাণভূমিত

আমাৰেই সম্পত্তিৰ ভৰাল। —

**৩। প্ৰকৃতি প্ৰেম ঃ**

নানান বিশেষত্বৰ ভিতৰত সাওঁতাল সকলৰ প্ৰকৃতি প্ৰেমক কোনো প্ৰকাৰে অৱজ্ঞা কৰিব নোৱাৰি। প্ৰকৃতিৰ কোলাত তেওঁলোকে নিজৰ ভালৰ বাবে আনৰ বাবেও নিজৰ কৰ্ত্তব্যখিনি কৰে। প্ৰাগ্ ঐতিহাসিক কালৰে পৰা তেওঁলোক প্ৰকৃতিৰ প্ৰতি নিষ্ঠাৱান আৰু আনুগত্য হৈ আহিছে। প্ৰকৃতিক ভাল পাওঁ আৰু শ্ৰদ্ধা কৰোঁ, কাৰণ আমি প্ৰকৃতিৰ কোলাত থকা প্ৰাকৃতিক সম্পত্তিবোৰৰ সুৰক্ষা কৰা হয় আৰু সেইবোৰৰ প্ৰতি আমাৰ উত্তৰ দায়িত্ব সাব্যস্ত ৰখা হয়, যাৰ দ্বাৰা আমাৰ জীৱন প্ৰণালীত কোনো পৰিবেশিত তাৰতম্য ঘটিব নোৱাৰে।

জৰাজীৰ্ণ প্ৰাকৃতিক অৱস্থা, দূষিত জলবায়ু আৰু প্ৰাণীহীন বন-জঙ্গল আমি ভৱিষ্যত বংশধৰ সকলৰ বাবে এৰি যাব নোৱাৰোঁ। নিৰ্দয়ীভাৱে আমি পৰিৱেশ আৰু প্ৰাকৃতিক সম্পদ নষ্ট কৰিব নোৱাৰোঁ কাৰণ মানুহেই তেতিয়া শান্তি আৰু সমৃদ্ধিৰে বসবাস কৰিব নোৱাৰিব আৰু তেওঁলোকৰ জীৱনৰ লক্ষ্যও পূৰ্ণ হ'ব নোৱাৰিব। সেয়ে, মানুহে প্ৰকৃতিৰ কোলাতে জন্মলৈ ডাঙৰ-দীঘল হৈ আছে আৰু অজান ভৱিষ্যতৰ বংশধৰ সকলৰ বাবেও প্ৰকৃতিৰ প্ৰতি সদায় নিষ্ঠাৱান হৈয়ে থাকিব লাগিব।

**গ) প্ৰকৃতি প্ৰেম ঃ সাওঁতাল সকলৰ ধৰ্ম ঃ**

সম্ভৱত পৃথিৱীৰ সকলোবোৰ ধৰ্মৰ ভিতৰতে সাওঁতাল ধৰ্মই হৈছে আটাইতকৈ

পুৰণি। নৃতত্ত্ববিদ সকলৰ মতে, এই ধৰ্মৰ আধাৰতে তেওঁলোকে নিজৰ খাদ্যবস্তু গোটোৱাত লাগিল যীশুখৃষ্টৰ জন্মৰ প্ৰায় ন-হাজাৰ বছৰ আগতে। মানুহৰ জীৱন প্ৰণালীৰ সভ্যতা তেতিয়াই সৃষ্টি হৈছিল। আজিও সাওঁতাল সকলে প্ৰতিমা বা মূৰ্ত্তিও পূজা কৰা দেখা নাযায়। তেওঁলোকৰ কোনো মন্দিৰ বা মূৰ্ত্তি নাই। তেওঁলোক হ'ল প্ৰকৃতি পূজাৰী। তেওঁলোকে নিতৌ কোনো দেৱ-দেৱীক পূজা নকৰিব পাৰে; কিন্তু তেওঁলোকৰ ধৰ্মৰ প্ৰতি অগাধ বিশ্বাস আছে। তেওঁলোকৰ বিশ্বাস আৰু আস্থা বিভিন্ন উৎসৱ আৰু ধৰ্মীয় পূজা-পাৰ্বনত প্ৰকাশ পায়। তেওঁলোকে বিভিন্ন দেৱ-দেৱীক পূজা কৰে 'বঙ্গা' নামৰ ঈশ্বৰৰ মাধ্যমেদি। তেওঁলোকৰ বিশ্বাস অনুসাৰে ঠাকুৰ জিউ আৰু ঠাকুৰাইনেই হৈছে এই বিশ্ব ব্ৰাহ্মাণ্ডৰ সৃষ্টি কৰ্ত্তা, গছলতা, চৰাই-চিৰিকটি, জীৱন আৰু প্ৰাণী ইত্যাদিৰ। সৃষ্টিকৰ্ত্তাক বিশ্বাস দিয়াৰ পিচত তেওঁলোকে প্ৰত্যেক ধৰ্মীয় অনুষ্ঠানত 'মাৰাং বুৰুং'ক পূজা কৰে তেওঁলোকৰ সৰ্বেসৰ্বা হিচাপে। তেওঁলোকৰ ধাৰ্মিক আধাৰনাত শিউ বঙ্গা বা সূৰ্য্য দেৱতা আৰু চান্দবঙ্গা বা চন্দ্ৰ দেৱতাক পূজা কৰে। ইয়াৰ বাহিৰেও আন দেৱ-দেৱীক যেনে — জাহেৰ এৰা, মোড়েকা তুৰুইক, মাঝি হাড়াম, বঙ্গা, পৰগণা বঙ্গা, আবগে বঙ্গা, ৰাঙ্কিনী আই অথবা দুৰ্গাদেৱী, গঙ্গা-যমুনা আই (গঙ্গা আৰু যমুনা দেৱী) ধিৰী-চিৰী লক্ষেশ্বৰী আই বা লক্ষীদেৱী আদিক পূজা ভক্তি কৰে। এই ধৰণৰ বহু দেৱ-দেৱীৰ বিশ্বাসৰ বাহিৰেও তেওঁলোকৰ বিভিন্ন গোত্ৰৰ নিজা ৰবীয়াকৈ আৰু কিছুমান বিশ্বাস আৰু পূজা আছে। তেওঁলোকৰ প্ৰকৃতি প্ৰেম বা ধৰ্ম অনুসাৰে পিলচু হাড়াম আৰু পিলচু বুঢ়ী (আই অথবা মা) য়েই আছিল তেওঁলোকৰ প্ৰথম মানৱ, যাক ঠাকুৰ বা পৰমাত্মাৰ একমাত্ৰ সন্তান লিটাউ বা মাৰংবুৰুয়ে তেওঁলোকক ডাঙৰ-দীঘল কৰি সৃষ্টিৰ বাবে পঠালে। এইটো বিশ্বাস কৰা হয় যে পিলচু হাড়াম আৰু পিলচু বুঢ়ীৰ সাতজন ল'ৰা আৰু সাতজনী ছোৱালী আছিল যি সকলক আগলৈ মানৱ সৃষ্টি কি ধৰণে কৰিব পৰা যায় তাৰ বাবে পথ প্ৰদৰ্শন কৰোৱা হৈছিল। সেয়ে, মাৰাংবুৰুক সদায় স্মৰণ কৰা হয় - পূজা দিয়া হয়, এটি থাল আগবঢ়োৱা হয় পূজা বিধিৰ বিশেষকৈ প্ৰত্যেকটো ভোজ, উৎসৱ বা ধাৰ্মিক সংস্কাৰৰ আগতে যি ধৰণে চীন আৰু টাই আহোম সকলে বিশ্বাস কৰে যে মানুহৰ মৃত শীৰৰবোৰ কেতিয়াও ক্ষয় হৈ নাযায় অথবা মাটিৰ লগত বিলীন হৈ নাযায়। ঠিক সেইদৰে, সাওঁতাল সকলেও বিশ্বাস কৰে - মাত্ৰ সেই মৃত শৰীৰবোৰ আমাৰ চকুৰ আগত দৃশ্যমান নহয়।

২। বাহাপৰব ঃ প্ৰকৃতিৰ প্ৰতি ফলন

সাওঁতাল সকলে বহুতো দেব-দেবীক পূজা কৰে আৰু এই পৰম্পৰা তেওঁলোকৰ আদিম যুগৰ পৰাই চলি আহিছে। প্ৰকৃতিৰ লগত সম্বন্ধ, কৃষি, মাটি আৰু মানুহৰ সম্বন্ধ নিবিড়। প্ৰত্যেক বছৰে ফাগুন মাহৰ পূৰ্ণিমাৰ পঞ্চম দিনাখন পালন কৰি অহা বাহাপৰবৰ সময়ত স্পষ্টভাবে পৰিলক্ষিত হয়। তেওঁলোকে বছৰৰ বাৰটা মাহতে বিভিন্ন ধৰণৰ উৎসৱ পৰ্ব পালন কৰে। সেইবোৰ তলত চমুকৈ উল্লেখ কৰা হ'ল।

| উৎসৱ সমূহ | মাহৰ নাম |
|---|---|
| ১। আখ বঙ্গা | মাঘ |
| ২। বাহা বঙ্গা | ফাগুন |
| ৩। আবোবা বঙ্গা | চ'ত |
| ৪। মা মাড়ে | ব'হাগ |
| ৫। ডা চেন্দেৰা | জেঠ |
| ৬। অষাড়ীয়া | আহাৰ |
| ৭। হাৰি | শাওন |
| ৮। নওবাই, জথাড়, কৰম | ভাদ |
| ৯। দশায় | আহিন |
| ১০। সাহৰায় | কাতি |
| ১১। আৰগে | আঘোণ |
| ১২। আৰশিদ | পুহ |

প্ৰাকৃতিক তত্ত্বসমূহ আৰু সাওঁতাল সকলৰ জীৱনৰ মাজত থকা আন্তৰিক সম্বন্ধ অতি ধুনীয়াকৈ বাহাপৰবত প্ৰতিফলিত হয়। 'বাহা' শব্দৰ অৰ্থই হ'ল ফুল আৰু সুন্দৰতা। সেই ধৰণে 'বহাৰ' শব্দটোৰও উৎপত্তি হোৱাটো ধৰিব পৰা যায়। বাহা পৰবটো সাধাৰণতে কৃষি, প্ৰেমৰ উৎসৱ, বসন্তৰ উৎসৱ, ফুলৰ অথবা প্ৰকৃতিৰ উৎসৱ বুলি পালন কৰা হয়। ফাগুন মাহৰ পূৰ্ণিমাৰ পঞ্চমী তিথিৰ পৰা আৰম্ভ কৰি চ'ত মাহৰ শেষলৈকে অতি জাক-জমকেৰে এই উৎসৱ পতা হয়। এইটোৱেই হ'ল তেওঁলোকৰ আটাইতকৈ ডাঙৰ পৰব য'ত তেওঁলোকৰ মাজত থকা একতা, আনন্দ আৰু পৰম সুখ প্ৰকাশিত আৰু প্ৰতিবিম্বিত হয়। আমি এই পৰবটোৰ বিষয়ে আগলৈ সপ্তম অধ্যায়ত আকৌ ব্যাখ্যা কৰা হ'ব আন পৰববোৰৰ লগতে।

# অধ্যায় ঃ তৃতীয়

## (দ্বিতীয় খণ্ড)

### ১। সাওঁতাল সকলৰ বিভাজন ঃ

অনুশাসিত আৰু শুদ্ধ বন্ধনৰ মাজত প্ৰায়বোৰ সাওঁতালে, শান্ত আৰু সুখী জীৱন-যাপন কৰে। প্ৰত্যেকটো পৰিবাৰৰেই মাটি এডৰা বা খেতিৰ জমিন থাকে। হয়তো আৰ্থিক অৱস্থাৰ তাৰতম্য থাকিব পাৰে। কিন্তু সমূহ লোকৰ মাজতেই গণতান্ত্ৰিক একতা বা সমানতাৰ চেতনা থকা দেখা যায়। সাওঁতাল শব্দটো এটা সমষ্টিগত বা সংগত শব্দ বুলি আগতেই কৈ আহিছো য'ত তেওঁলোকৰ মাজৰ বাৰটা ফৈদ বা গোত্ৰৰ সমাগম থকা দেখা যায়। তেওঁলোকৰ গোত্ৰীয় সকলৰ নাম তলত দিয়া ধৰণে পোৱা যায়।

বিভাজিত সাওঁতাল সকলৰ বাৰটা নাম ঃ

১) কিস্কু
২) হেম্বৰম
৩) মূৰ্ম্মূ
৪) চোৰেণ
৫) টুডু
৬) মাৰাণ্ডি
৭) হাসদা
৮) বাস্কে
৯) বেসৰা

১০) চোড়ে বা চোৰে

১১) পাউৰীয়া

১২) বেদেয়া।

উল্লেখিত গোত্রীয় সমূহৰ মাজত কিছু পৰিমানে সামাজিক ভিন্নতা দেখা যায়। তেওঁলোকৰ প্রথমে সাতটা বিভাজন হৈ আছিল। প্রত্যেকেই একত্রিত জীৱন-যাপন কৰিবলৈ লৈছিল, কিন্তু এসময়ত তেওঁলোকৰ সংখ্যা বৃদ্ধি হৈ বাৰটা হ'লগৈ। ইয়াৰ পিচত তেওঁলোকৰ কিংবদন্তিত উল্লেখিত সেই দহজন ক'লা বৰণৰ ল'ৰাৰ পৰা এজন হেৰোৱাৰ নিচিনাকৈ তেওঁলোকৰ মাজৰ পৰাও বেদেয়া গোত্রটো নাইকীয়া হ'ল আৰু এতিয়া মাত্র এঘাৰটা ফৈদহে দেখা যায়। আকৌ আৰম্ভণিতে তেওঁলোকৰ বিভাজনটো পেশাধাৰী বা জীৱিকা ভিত্তিকহে আছিল। সেইমতে উল্লেখ কৰিবলৈ হ'লে -

১. কিস্কু সকল ৰজা বা প্রমুখ আছিল।

২. হেম্ব্ৰম সকল দৰবাৰী।

৩. মূৰ্ম্মু সকল (পুৰোহিত) পুৰহিত।

৪. চোৰেণ সকল যোদ্ধা বা সৈনিক।

৫. টুডুসকল কমাৰ আৰু বাদ্যবাদক

৬. মাৰাণ্ডি সকল ব্যৱসায়ী

৭. বাস্কে সকল বেপাৰী, আৰু আন বেসৰা, হাসদা, চোড়ে আদি আনবোৰৰ সহায়ক হিচাপে আছিল।

যিহেতু, 'আদিবাসী' শব্দটোৱে সকলোবোৰ ফৈদ বা গোত্রকে সংগঠিত কৰোৱায়, সেয়ে আদিবাসী আৰু সাওঁতাল সকলৰ মাজত ভিন্নতা দেখুওৱাটোও সম্ভৱ নহয়। আগলৈ ক'বলৈ গ'লে আমি পাওঁ যে প্রত্যেকটো সাওঁতাল গাওঁতেই উল্লেখিত বিভিন্ন ফৈদ সমূহৰ সংমিশ্রিত অৱস্থান দেখা পোৱা যায়। সেয়ে, কোনো এটা ফৈদকেই আনটোৰ ওপৰত বা তলত বুলি দেখুওৱাৰ যুক্তি নাথাকে। ইয়াত উল্লেখ কৰা প্রয়োজন যে টুডু আৰু বেসৰা সকলৰ মাজত বিয়া-বাৰুৰ সম্বন্ধ স্থাপন কৰিব পৰা নাযায়, কাৰণ তেওঁলোকৰ মাজত চলি অহা পৰম্পৰাগত বৈষম্যতাই আজিও হয়তো বাস্তৱ

আজিও হয়তো বাস্তব হৈয়ে আছে। কিন্তু আন সকলো প্ৰসঙ্গতে বন্ধুত্বৰ আত্মীয়তা সমান ভাৱেই থাকে। সেইদৰে, প্ৰত্যেকটো ফৈদৰ আৰু বহুতো উপখেল বা উপবিভাজন আছে। সেই হিচাপে মূৰ্মু সকলৰ ৩৫টা (পয়ত্ৰিশ), হেম্ব্ৰম ১৮টা (ওঠৰ), কিস্কু সকলৰ ১৭টা (সোতৰ), আন আন সকলবো এনেকুৱা উপখেল পোৱা যায় কিন্তু সেইবোৰ বিভাজনৰ বিশেষ মহত্ব থকা যেন বোধ নহয়। উদাহৰণ হিচাপে এইটো ক'ব পৰা যায় যে মূৰ্মু বাপেক আৰু চোৰেণ মাক থকা ল'ৰাই চোৰেণৰ ছোৱালী বিয়া কৰাব পাৰে; কিন্তু ল'ৰাটোৰ মাকৰ যদি উপখেল নিজ চোৰেণ হয় তেতিয়া হ'লে ছোৱালী জনীৰ উপখেলো বেলেগ হ'ব লাগিব।

**১। সাওঁতালে সাওঁতাল সকলক শাসন কৰে ঃ**

ওপৰত উল্লেখ কৰি অহা বিভিন্নতাৰ মাজত থকা একতা সাওঁতাল সকলৰ বিভিন্ন সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ মাজত প্ৰযোজ্য হোৱা দেখা যায়। বছৰেকীয়া চিকাৰ, সাওঁতাল সদন বা বিচাৰালয়; গাঁৱলীয়া পৰিষদ যিটো পাঁচখন গাঁৱকলৈ গঠিত হয় নিবেদন আৰু বিচাৰ আদিৰ সভাত; নিৰপেক্ষতা আৰু উচিত বিচাৰে সদায় প্ৰাথমিকভাৱে স্থান পায়। বিবাদ সমূহৰ নিষ্পত্তিৰ কাৰণে পুৰুষ বৰ্গৰ লোক সকল মাত্ৰ সাওঁতাল বিচাৰালয়ত বাহিৰবলৈ স্থান পায়। গাওঁৰ মাঝি বা মুখীয়া অথবা বৰ্ত্তমান হেড্‌মেন জনৰ সভাপতিত্বত সভাখন বহে আৰু প্ৰায়েই তেওঁৰ বিবেচনাকেই সকলোৱে বিচাৰ হিচাপে লয়। সভাত লোৱা সিদ্ধান্তটোৰ অৱজ্ঞা কোনেও কৰিব নোৱাৰিব বিচাৰত কাৰোবাৰ ওপৰত অত্যধিক শাসনৰ মাত্ৰাও যাতে নপৰে— তালৈ সকলোৱে নজৰ দিয়ে। বিচাৰ উচিত আৰু নিৰপেক্ষ হওঁক সভাত উপস্থিত থকা সকলে সহজভাৱে কামনা কৰে। সাওঁতাল সকলৰ বিচাৰালয়বোৰ অধিকাৰী সকলৰ কাৰ্য্যালয় নহৈ সেৱক সকলৰ সেৱাশ্ৰম যেন লাগে — তেওঁলোক মাষ্টাৰ বা মালিক নহয় বৰং সাধাৰণ সেৱক হিচাপে পবিত্ৰ ভাৱে নিজৰ কৰ্ত্তব্য সমাধান কৰি যায়।

মুখীয়াল জনে সভাখন আহ্বান কৰে, বছৰেকীয়া উৎসৱসমূহৰ আয়োজনো কৰোৱায় আৰু গাঁৱলীয়া সমাজৰ ধন-সম্পত্তিৰ মামলা নিষ্পত্তি কৰোৱায়। গাঁৱত তুলিবলগীয়া কৰ অথবা খাজনা সমূহ পৌৰাণিক বা উপমুখীয়ালজনে সংগ্ৰহ কৰে। ঠিক তেনেকৈ মুখীয়ালজনৰ পৰামৰ্শ মৰ্মে গোদেত অথবা পুৰোহিত জনে গাঁৱৰ

ৰাইজৰ হৈ পূজা দিয়া, উচৰ্গা বা বলি দিয়া আদি কাম কৰে (গাওঁৰ ৰাইজৰ হৈ)। এনে ক্ষেত্ৰত গাওঁৰ যোগমাঝি বা নিৰীক্ষক জনৰো কিছু সীমিত অধিকাৰ মাত্ৰ থাকে। তেওঁলোকৰ দায়িত্বৰ ভিতৰত পৰে কলঙ্ক অথবা বদনাম সমূহ নিষ্পত্তি কৰা আৰু বিবাহ আদিৰ সু-বন্দোৱস্ত কৰা।

প্ৰত্যেকটো বছৰৰ মাঘ মাহত গাওঁৰ বিভাগীয় মুখীয়াল সকলে নিজৰ নিজৰ কাৰ্য্যালয়ৰ দায়িত্বৰ পৰা অৱকাশ লবলগীয়া হয়। এইটো যদিও নিয়ম অনুযায়ী কৰিবলগীয়া হয়, তথাপিও তেওঁলোকৰ নিৰ্দ্ধাৰিত কামৰ সময়সীমা গাওঁৰ লোকসকলৰ ইচ্ছানুযায়ী বৃদ্ধি হোৱাৰো সম্ভাৱনা থাকে। যদি কোনোৱা তেনেকুৱা দায়িত্বশীল কৰ্মচাৰীৰ নিধন হয়, তেওঁৰ উত্তৰাধিকাৰী হিচাপে গাঁৱলীয়া মানুহৰ আন এজনক বাচি উলিয়ায়। সাধাৰণতে নিধন হোৱাজনৰ ঘৰৰ পৰাই আন এজন বাচি উলিওৱা হয়। তথাপিও আৱশ্যক অনুসাৰে অন্য এজনক লোৱাও দেখা যায়। গাওঁখনৰ ভিতৰতেই এইধৰণে সাওঁতাল সকলে নিজৰ দ্বাৰা নিজেই শাসিত হয়।

ইং ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিমতে অসম ইংৰাজৰ শাসনলৈ আহে। সেই সময়ত অসমৰ বিভিন্ন ঠাইত কেইজনমান ৰজা আৰু শাসক আছিল। উজনি (পূব) অসমত আহোম ৰজা সকল আৰু নামনি (পশ্চিম) অসমত কোচ ৰজা সকলে ৰাজত্ব কৰিছিল। উল্লেখিত সন্ধিৰ পিচত সেই ৰজা আৰু শাসক সকললৈ ভৰণ-পোষণৰ ভাট্টা দিয়া হৈছিল আৰু সম্পূৰ্ণ প্ৰশাসনৰ ব্যৱস্থা চৰকাৰে নিজৰ হাতত ৰাখিছিল। সেই শতিকাৰে চতুৰ্থ দহকত অসমত চাহ খেতিৰো আৰম্ভণি হয়। ইয়াৰ বাবে ইংৰাজ চৰকাৰে বিহাৰৰ চিংভূম, মানভূম, গোণ্ড, হাজাৰিবাগ, বীৰভূমি আদি ঠাইৰ পৰা অসমৰ চাহ খেতিৰ শ্ৰমিক হিচাপে সাধাৰণ শ্ৰেণীৰ খেতিয়ক বা শ্ৰমিক সকলক লৈ আহে। ইয়াৰ কিছু বছৰৰ পিচত ১৮৫৫ চনত ভাৰতত প্ৰথমবাৰৰ বাবে এটা ডাঙৰ কৃষক বিদ্ৰোহ হয়। এই বিদ্ৰোহৰ আৰম্ভ হয় বিহাৰৰ ভাগুনাদিহি নামে ঠাইৰ ৰাজমহল আৰু পাঁচমাৰিৰ পৰা।

এই বিদ্ৰোহতেই সিদ্ধু মুৰ্ম্মু আৰু কানু মুৰ্ম্মু (দুয়ো ককাই-ভাই) য়ে প্ৰাণ দিয়ে। এতিয়ালৈকে ইতিহাসৰ পাতনিত কৃষক বিদ্ৰোহৰ প্ৰথম শ্বহীদদ্বয় সিদ্ধু-কানুকেই জনা যায়। ইয়াৰ কিছু দহকৰ পিচত, নিজৰ হক অধিকাৰৰ বাবে যুঁজ দিয়া সাহসী

বীৰ উলিহাটিৰ যোদ্ধা বিৰচামুণ্ডা শ্বহীদ হয়। বিহাৰত তেতিয়া আত্মীয়-স্বজনৰ প্ৰতি হোৱা অন্যায় বা কৃষক সকলৰ ওপৰত চলা দমনমূলক আচৰণ আদি যদিও অসমত থকা আদিবাসী লোক সকলে জানিব পাৰিছিল কিন্তু যথাযথভাৱে তেওঁলোকে একো কৰিবও নোৱাৰিছিল। অতিৰিক্ত কৰ লগোৱা বাবেই তাৰ বিদ্ৰোহ হোৱাটো স্বাভাৱিক আছিল, কিন্তু ইংৰাজ চৰকাৰে তাক সমাধান কৰাৰ পৰিবৰ্ত্তে দমনমূলক ব্যৱস্থাহে কটকটীয়া কৰিছিল। ইয়াৰ পৰিণামত বহুতো কৃষক সকলক উচ্ছেদ কৰি গৃহহাৰা কৰিলে, কিন্তু শেষত চৰকাৰে নিজেই ক্ষতিগ্ৰস্ত সকলৰ সুৰক্ষা আৰু বসবাসৰ বন্দোৱস্ত কৰাৰ দায়িত্বও ল'লে। সেই মৰ্মে ক্ষতিগ্ৰস্ত লোকসকলক অসমলৈ অনা হ'ল। অসমৰ পশ্চিম প্ৰান্তত বৰ্ত্তমান কোকৰাঝাৰ জিলাৰ উত্তৰ পশ্চিমে অতি পিচপৰা ঠাইত বসবাসৰ ব্যৱস্থা কৰা হৈছিল। ইং ১৮৮১ চনৰ ভূমি বন্দোৱস্তৰ তথ্যৰ পৰা এই ঘটনাৰ সবিশেষ পোৱা যায়। তাত এতিয়াও যথেষ্ট সংখ্যক আদিবাসী লোকসকলৰ গাওঁ পোৱা যায়। তেওঁলোক গৰিষ্ঠ সংখ্যাত থকাৰ প্ৰমাণ হিচাপে তেওঁলোকে প্ৰাৰ্থী নিৰ্ব্বাচন কৰাই নিজৰ একচেতীয়া জাতীয় শাসনৰো উদাহৰণ দাঙি ধৰিছে। এই ধৰণৰ বসবাসৰ পৰা বহুতো ক্ষেত্ৰত তেওঁলোক লাভান্বিতও হৈছে। অৱশ্যে বৰ্ত্তমান তাৰপৰা কিছুমান লোক জিলা খনৰ দক্ষিণপাৰে বা আন ঠাইলৈ, আকৌ কিছুমান উজনি অসমলৈও স্থানান্তৰিত হৈছে। আচল কথা হ'ল ইংৰাজ সকলে তেওঁলোকক অসমৰ চাহ খেতিৰ কেঁচাপাতত টকা বুটুলিবলৈ অথবা ক্ষতিগ্ৰস্ত সকলৰ বসবাসৰ ব্যৱস্থাৰ উদ্দেশ্যলৈ আনিছিল। কিন্তু শিক্ষাৰ প্ৰভাৱ তেওঁলোকলৈ কেতিয়াও পৰিবলৈ দিয়া নহ'ল। এই ধৰণে অসমত সাওঁতাল সকলৰ বিষয় কিছু কোৱাৰ আগতে তেওঁলোকৰ বৃটিছ যুগৰ ইতিহাস আমি লগে-লগেই ক'ব লাগিব।

**অসম এটি বহু সংস্কৃতিৰ মিলনভূমি ঃ**

অসমৰ পশ্চিমে ধুবুৰী জিলাৰ শদিয়ালৈকে প্ৰায় প্ৰত্যেক এশ কিলোমিটাৰৰ অন্তৰে-অন্তৰে ভিন্ন ভিন্ন ভাষী মানুহৰ বসবাস থকা দেখা যায়। কোচ, কলিতা, মৰান, মটক, কাৰ্বি, ৰাভা, বড়ো, ডিমাচা, নেপালী, দেউৰী, মিৰি বা মিচিং, ধাৰ্মিক সম্প্ৰদায়, মুছলমান সকল, বঙালী, পঞ্জাৱী, মাৰোৱাৰী তথা বিহাৰী লোকসকলৰ বসবাস কম-বেছি পৰিমানে প্ৰায় প্ৰত্যেক ঠাইতে পোৱা যায়। ঠিক সেই ধৰণে কোল

জনগোষ্ঠীৰ মানুহ যেনে- সাওঁতাল, মুণ্ডা, ওৰাং, খাড়িয়া, সবৰ, কুৰ্মী আদি কম-বেছি পৰিমানে প্ৰায় প্ৰত্যেক জিলাতে পোৱা যায়। সাওঁতাল জনগোষ্ঠীৰ ভিতৰত থকা অন্যান্য উপখেল বোৰৰ মাজত বিশেষ কোনো পাৰ্থক্য দেখা পোৱা নাযায়। লিখিত ইতিহাসৰ সময়ৰ পৰা এতিয়ালৈকে তেওঁলোকৰ এটি দীঘলীয়া পৰম্পৰা অতিবাহিত হৈ গৈছে।

অসমৰ ২৫ খন জিলাৰ ভিতৰত থকা ৮৫০ খনতকৈ বেচি চাহ বাগিচাৰ ভিতৰৰ আদিবাসী মানুহ অথবা সাওঁতাল সকল কম-বেচি পৰিমানে চাহ শ্ৰমিক বা প্ৰাক্তন চাহ শ্ৰমিক হিচাপে পোৱা যায়। ঊনৈশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ পৰাই তেওঁলোকে এই বাগানবোৰত কাম কৰি আহিছে আৰু তেওঁলোকৰ বহুকেইটা পূৰ্ববংশৰ জীৱনধাৰা ইয়াতেই অতিবাহিত হৈ গৈছে। সাওঁতাল সকলৰ সংখ্যা বহু পৰিমানে থকা অথবা জিলা কেইখন হ'ল কোকৰাঝাৰ জিলাৰ পূৱে আৰু সমগ্ৰ উত্তৰ-পশ্চিমে, গোৱালপাৰা জিলাৰ কিছুমান ঠাই আৰু চাহ বাগান, নলবাৰী জিলা, দৰং জিলাৰ সম্পূৰ্ণ ঠাই, শোণিতপুৰ জিলাৰ সমগ্ৰ উত্তৰ অঞ্চলৰ বাগান সমূহ আৰু গাওঁ অঞ্চল, লক্ষীমপুৰ জিলাৰ কিছুমান ঠাই, ডিব্ৰুগড় জিলাৰ চাবুৱা, লাহোৱাল অঞ্চল, যোৰহাট আৰু নগাওঁ জিলাৰ কিছুমান বাগান সমূহত তেওঁলোকৰ বসবাস দেখা যায়। অসমত থকা কাৰণবোৰ যিয়েই নহওক, কিন্তু তেওঁলোক নিজৰ আদিম ভূমিতে বসবাস কৰি আহিছে কয়লাখনিৰ কিছুমান নথি-পত্ৰ, ডিগবৈৰ পুৰণি তৈলক্ষেত্ৰ বা শোধানাগাৰ, অথবা অসমৰ অতি পুৰণি চাহ বাগানবোৰৰ আৰম্ভণিতে অতি ভয়াৱহ আৰু বিপদাপন্ন অৱস্থা আদিবাসী লোক সকলে কাম কৰা পৰিলক্ষিত হয়। তেওঁলোকক চাহ বাগানত কাম কৰিবলৈ অসমলৈ অনাৰ মূলি কাৰণেই আছিল হয় অসমৰ থলুৱা শ্ৰমিক সকলে বাগানত কঠোৰ পৰিশ্ৰম কৰিব পৰা নাছিল নাইবা তেওঁলোকৰ কামৰ দ্বাৰা কোম্পানী বিফল হ'বলগীয়া হৈছিল।

আহোম সকলৰ ৰাজত্ব কালত বনোৱা অসমৰ পূৱ-পশ্চিমকৈ থকা গ্ৰেণ্ড ট্ৰাঙ্ক ৰোড (ধোদৰ আলি) ও তেওঁলোকৰ গাৰ বল আৰু বাহুৰ শ্ৰমেৰে বনোৱা হৈছিল বুলি কোৱা শুনা উক্তি পোৱা যায়। তেওঁলোকে গৰ্ব কৰিবলৈ কাৰণ বিচাৰি পায়, কাৰণ তেওঁলোকৰ পূৰ্বজ সকলে সেইবোৰকৈ থৈছে। কিন্তু নথি-পত্ৰ বোৰহে পোৱা

হোৱা নাই। অসমৰ আটাইতকৈ ডাঙৰ উদ্যোগেই হৈছে চাহ উদ্যোগ যিটো সম্পূৰ্ণকৈ তেওঁলোকৰ দখলত ইয়াৰ ভূত-বৰ্ত্তমান আৰু ভৱিষ্যতও। এই ধৰণে গতানুগতিক আৰু বংশানুক্ৰমে এটি উদ্যোগৰ উন্নতিত জীৱন বিসৰ্জন দিয়া লাখ লাখ লোক বাগানত নিজৰ কামৰ সময়সীমা উকলি গ'লে তাৰ পৰা ওলাই আহি কৰবাত আবাদভূমি বিচাৰি, এটুকুৰা মাটি কিনিলৈ থিতাপি লয় আৰু সুবিধা অনুযায়ী খেতি কৰি জীৱন-নিৰ্বাহ কৰাৰ বাট বিচাৰি লয়। এয়াই তেওঁলোকৰ ঐতিহাসিক আৰু বৰ্ত্তমানৰ নিৰাপত্তা।

## ২। সাওঁতাল সংস্কৃতি ঃ এটি চমু ইতিবৃত্ত

আধুনিক ইতিহাসৰ পাতত দেখা যায় ইষ্ট ইণ্ডিয়া কোম্পানীয়ে দিয়া প্ৰতিশ্ৰুতি আৰু বিহাৰত সেই সময়তে হোৱা কৃষক বিদ্ৰোহৰ পৰিণতিত আশ্ৰয়ৰ বাবে তেওঁলোক অসমলৈ আহিব লগীয়া হ'ল। আদিম অৱস্থাত তেওঁলোকৰ প্ৰায় সকলোৱেই জড় বস্তুৰ উপাসক আছিল। পিচলৈ স্থানীয় প্ৰভাৱৰ দ্বাৰা আৰু পৰিৱেশ অনুসাৰে নিজকে খাপ খুৱাই ল'লে। কিছু পৰিমানে তেওঁলোক আৰ্য্যসকলৰ দ্বাৰাও প্ৰভাৱিত হ'ল আৰু কিছু পৰিমানে অসমৰ আন জনজাতি সকলৰ সংস্কৃতিৰ পৰাও। ইয়াত মন কৰিবলগীয়া এটা কথা আছে যে বাগানতে হওক বা বাহিৰতেই হওক, এই সহজ-সৰলচিতীয়া আৰু অশিক্ষিত লোক সকলক মিচনেৰী সকলে খৃষ্টান ধৰ্মত দীক্ষিত কৰালে তেওঁলোকৰ ল'ৰা-ছোৱালীক মিচন স্কুলত শিক্ষা দিয়াৰ কৌশলেৰে আৰু কিছুমান ঠাইত ধৰ্ম দীক্ষিত সকলৰ দ্বাৰাই গীৰ্জাঘৰৰ প্ৰতিষ্ঠা কৰোৱালে। এনেকুৱা পদক্ষেপৰ উদাহৰণ বিশেষকৈ পশ্চিমবঙ্গ, অসম, বিহাৰৰ কিছুমান ঠাই আৰু উৰিষ্যাৰ সীমিত অঞ্চলত দেখা পোৱা যায়। এই বিষয়লৈ এটি পৰিসংখ্যা - বিস্তৃত উদাহৰণ পঞ্চম অধ্যায়ত ব্যাখ্যা কৰা হ'ব কি ধৰণে মিচনেৰীসকলে গীৰ্জাঘৰৰ জৰিয়তে শিক্ষা দিয়াৰ নামত খৃষ্টান ধৰ্মৰ ব্যাপক প্ৰচাৰ চলাইছিল। এইবোৰ কাৰ্য্যৰ দ্বাৰা তেওঁলোকৰ মাজত হোৱা বিভাজনৰ পৰিণাম তেওঁলোকে আজি অপ্ৰকাশ্য ভাৱে ভুগি আছে। তাৰ সাপেক্ষিক উদাহৰণ অসমৰ বড়ো জনজাতিসকলৰ মাজতো আজি প্ৰায় ২৫/৩০ বছৰৰ পৰা আত্মঘাতি পৰিণাম হিচাপে দেখা দিছে। ইয়াৰ অবুজ পৰিণতি হ'ল বিদেশৰ ধৰ্মৰ দ্বাৰাই নিজৰ মাজত আত্মদ্ৰোহ। জাতিগত সচেতক সকলে ইয়াৰ

উচিত চিন্তা কৰিলে সাংস্কৃতিক জাতি গঠনত যথেষ্ট সহায়ক হ'ব।

**সাওঁতাল সকলৰ বিশেষত্ব ঃ**

সাওঁতাল সকলৰ কিছুমান সাধাৰণ বিশেষত্ব আছে, যিবোৰৰ দ্বাৰা তেওঁলোক আন লোক সকলৰ মাজত প্ৰত্যক্ষ ভাৱে পৰিচিত।

সেই বিশেষত্ববোৰ যেনে -

(ক) ব্যৱহাৰত তেওঁলোকৰ আদিম আচৰণ,

(খ) পোশাক আৰু উৎসৱ সমূহৰ সাংস্কৃতিক ভিন্নতা,

(গ) ভৌগোলিক সীমাবদ্ধতা,

(ঘ) আনৰ পৰা একাষৰীয়া হৈ থকাৰ মানসিক প্ৰবৃত্তি,

(ঙ) সামাজিক পৰম্পৰালৈ থকা প্ৰাধান্যতা।

উল্লেখিত বিশেষত্ববোৰ সকলোবোৰ সাওঁতাল মানুহৰ মাজতে সমান ভাৱেই পোৱা যায়। তেওঁলোকৰ বিভিন্ন উপখেলৰ মাজত ভাষাৰ কিছু পৰিমানে ভিন্নতা থকাও দেখা যায়। কিন্তু তেওঁলোকে আত্ম প্ৰকাশৰ ভাষা হিচাপে সাওঁতাল জনগোষ্ঠীতকৈ বেলেগ লোক সকলেও 'সাদৰি' ভাষাকে আকোৱালি লৈছে। আদিবাসী সকলৰ ভিতৰত আকৌ মুণ্ডাসকল আটাইতকৈ অসামান্য। তেওঁলোকৰ চৰিত্ৰৰ বাবে তেওঁলোকে নিজৰ দেৱতা হিচাপে সিংবোঙ্গা বা সূৰ্য্য দেৱতাক পূজা কৰে। মুণ্ডা সকলৰ উপখেল বোৰ হ'ল পুৰ্ত্তি, আইন্দ, বালা, ভেংৰা বা ভেন্ৰা, তিৰু, চায়ে, কাণ্ডুল্না, নাগ ইত্যাদি। তেওঁলোকে মুণ্ডাৰী ভাষা কয়; কিন্তু সাওঁতাল সংস্কৃতিয়ে আন সকলো আদিবাসী লোক সংস্কৃতিকে প্ৰতিনিধিত্ব কৰিব পাৰে।

১। বাল্য জীৱন ঃ জন্ম (সংস্কাৰ)

যেতিয়া কোনো এজনী সাওঁতাল তিৰোতা সন্তান সম্ভৱা হয়, তেওঁৰ আকৰ্ষণীয় ফুলকলীয়া চেহেৰা ক্ৰমে ম্লান পৰি আহে। পেট ক্ৰমে ডাঙৰ হৈ আহে আৰু চেহেৰা তথা শৰীৰ পাতল হৈ যোৱাৰ লগে লগে গলটোও শুকাই যোৱা যেন হয়। ছয় মাহৰ ভিতৰত তাই নিজৰ পেটত সন্তানৰ চাল-চলন অনুভৱ কৰে।

উল্লেখিত ছয়মাহৰ ভিতৰত তাই খোৱা বস্তুৰ অত্যন্ত অনুৰাগী হোৱা দেখা যায়। সেই সময়ত তাই মাছ-মাংস, মিঠাই অথবা তেনেকুৱা প্ৰটিন যুক্ত বস্তু খাব লৈ

ভাল পায়। সেই সময়ত তেওঁৰ কেতিয়াবা মাটি খোৱাৰো ইচ্ছা জাগে যিটো মাটি পৰুৱাবোৰে জমা কৰে। সাওঁতাল সকলে কেতিয়াবা এনে মাটি মুৰ ধুৱৰ বাবেও ব্যৱহাৰ কৰে। অৱশ্যে একে সময়তে তেওঁ যথেষ্ট সাৱধানে থাকিব লগীয়াও হয়। নিজৰ স্বামীৰ লগত একেলগে শুৱাটো প্ৰায় বৰ্জন কৰিব লাগে। আন মানুহৰ লগতো কোনো সম্পৰ্ক কৰিবলৈ নাপায়। যদি তেনে কৰা হয় তেতিয়াহলে শিশুজনো বেদনাক্লিষ্ট হিচাপে জন্ম পায় বুলি বিশ্বাস কৰা হয়। আনকি তেওঁৰ শিশু জন্মৰ সময়ত মৃত্যুৰো সম্ভাৱনা থকাটো ধাৰণা কৰা হয়। যেতিয়া কোনো ধুমুহা ঢেৰেকনি হয়, তেতিয়া তেওঁৰ কাণত আঙুলিৰে সোপা দি ধৰিব লাগে অথবা কোনো মানুহৰ মৃত্যু হ'ল মৃত শৰীৰটো লৈ নোযোৱা পৰ্য্যন্ত তেওঁ বাহিৰলৈ গৈ এটি নেদেখা ঠাইত থাকিব লাগে। গাওঁত কোনো মানুহৰ মৃত্যু হ'লে তেওঁ কোনো প্ৰকাৰেই সেইবোৰ চাব নোৱাৰে। তেওঁলোকে বিশ্বাস কৰে যে যদি হঠাতে বা সাৱধানে থকা স্বত্বেও কেতিয়াবা তেনেকুৱা মৃত শৰীৰটো দেখা পায় আৰু তাৰ চকুযোৰ খোলা অৱস্থাত থাকে শিশুটো জন্ম হোৱাৰ সময়তো তাৰ চকুযোৰ বহল আৰু ডাঙৰ ডাঙৰ যেন দেখা যায় অথবা ফেঁচাৰ চকু যেন হয়। আনহাতে, যদি তেনেকুৱা মৃত শৰীৰৰ চকুযোৰ বন্ধ থাকে, নতুনকৈ জন্ম হোৱা শিশুটোৰ চকুবোৰ সৰু হয় অথবা কেতিয়াও খোলা নহয়। বিবাহ আৰম্ভ হোৱাৰ সময়ত যদি শিশু এটাৰ জন্ম হয়, তেতিয়া ততাতৈয়াকৈ কিছুমান পদক্ষেপ হাতত লোৱা হয়। দুদিন মানলৈকে বিয়াখন বন্ধ কৰা হয় বা পিচুৱাই দিয়া হয়। ময়দা, নিমৰ পাত আৰু কোনো মাঙ্গলিক কাম আৰম্ভ হোৱাৰ আগতে চাউলৰ পানীৰে সেই খিনি পৰিস্কাৰ কৰা হয়। শিশুটো জন্ম হোৱাৰ সাত, ন, এঘাৰ বা তেৰ দিনৰ দিনাখন ক্ষুৰাকৰ্ম বা ক্ষৌৰকৰ্ম কৰোৱা হয়। নাৰ্তাৰ জৰিয়তে শুদ্ধ বা পবিত্ৰ কৰোৱা হয়। শিশু জন্ম পোৱা একৈশ দিনৰ মূৰতো এটি শুদ্ধিকৰণৰ বাবে বা পবিত্ৰতাৰ বাবে কাৰ্য্য কৰা পৰ্য্যন্ত গোটেই গাওঁখনেই তাৰ প্ৰভাৱত পৰে। সেয়ে, আৱশ্যক অনুসাৰে শুদ্ধিকৰণ বা পবিত্ৰতাৰ পদক্ষেপৰ দিনটো সাল-সলনি হ'বও পাৰে।

মৃতক সকলক পুৰি পেলোৱা হয় অথবা মাটিৰ তলত পুতি থোৱাও হয়। ইয়াৰ শুদ্ধিকৰণত ভোজ দিয়াও হয় ছাগলী, মুৰ্গী আদিৰ মাংসৰে সাধ্য অনুসাৰে।

২। বিবাহ ঃ

নিজৰ ল'ৰা-ছোৱালীৰ বিবাহৰ বন্দোৱস্ত কৰাটো সাওঁতাল পিতৃ-মাতৃৰ বাবে এটা ডাঙৰ সমস্যা। দুয়োপক্ষৰ বিবাহৰ অংশীদাৰ সকলক বাচি উলিওৱাটোৱেই অকল শেষ কাম নহয়; কিন্তু তেওঁলোকৰ ইচ্ছাৰ প্ৰতি আকৰ্ষিত কৰিবলগীয়া হয়। বিবাহৰ সম্বন্ধ স্থাপন কৰাৰ সময়ৰে পৰা প্ৰত্যেকটো কামেই অতি সাৱধানতাৰে সমাধান কৰিবলগীয়া হয় তেওঁলোকৰ পৰম্পৰাগত আতিথ্য আদি আৰু গাওঁৰ ৰাইজৰ ভাৱনাৰ প্ৰতি সন্মান জনাই। এইবোৰ কাম আচলতে কেইটামান পৰীক্ষাৰ মাজেৰে পাৰ হ'বলগীয়া হয়। ল'ৰা-ছোৱালী যদি একান্ত নম্ৰ বা বিনয়ী হয়, যদি বিবাহৰ পৰিৱেশটো উদাৰভাৱে আগবাঢ়িছে আৰু সকলোবোৰ কাম শান্ত আৰু সুচাৰুৰূপে হৈ আছে, তেতিয়া বিয়া হ'বলৈ যোৱা দম্পতিৰ মাঁ-দেউতাই সমাজত যথেষ্ট সন্মান পায়। কিবা কাৰণত যদি নিজৰ বাক্যবোৰ ৰাখিব নোৱাৰে, অতি সোনকালে তেওঁলোকে ক্ষতি পূৰণ দিবলগীয়া হয়। বিবাহৰ সম্বন্ধ স্থাপন কৰাটো অকল ল'ৰা-ছোৱালীক একেলগে আনি সম্বন্ধ কৰাই দিয়াই নহয়, এইটো এটা ডাঙৰ ব্যৱসায়ৰ আদান-প্ৰদান, সন্মান আৰু মান্যতাৰ পৰিচয় য'ত লুকাই আছে জনজাতীয় ব্যৱহাৰ আৰু আচৰণ।

বিবাহ আয়োজন কৰাৰ আগতে প্ৰথম পদক্ষেপটো হ'ল মধ্যস্থতাকাৰীজনৰ নিযুক্তি। এই ৰাজদূত জন এজন বয়সীয়াল মানুহ অথবা তেওঁলোকৰ এজন বন্ধুৰ আত্মীয় হোৱাটো বাঞ্চনীয় যিজনে দুয়োপক্ষৰ ভিতৰত এটা পক্ষক প্ৰতিনিধিত্ব কৰে। তেওঁ এজন মধ্যস্থতাকাৰী অথবা ঘটক। তেওঁৰ দায়িত্ব হিচাপে এজনী শান্ত আৰু সাহসী প্ৰকৃতিৰ ছোৱালী বাচি উলিয়াব লাগে যিজনী দেখাত ঐতিহ্যশালী অথবা শক্তিশালী, ভাল বান্ধনী আৰু মিতব্যয়ী। সাওঁতাল সমাজত বহু বিবাহৰ মান্যতা আছে। 'গণক টাকা' অথবা 'পান, বাৰেইতা,' ভাইবলাড অথবা বাহাডাটা অথবা বন্ধন বা আঙুঠি পিন্ধোৱাৰ প্ৰথাও আছে। সাওঁতাল সমাজৰ বৈবাহিক প্ৰথামতে দৰা-কইনা দুয়োৱে দুয়োজনকে ফোঁট দিয়ে আৰু চিৰজীৱনৰ বাবে বিবাহ-বান্ধোনত পবিত্ৰ সম্বন্ধ হিচাপে গ্ৰহণ কৰে। আলহী-অতিথি আৰু নিমন্ত্ৰিত সকলক লাউ পানী আৰু মদ আগবঢ়াই দিয়ে। এইবোৰ সম্পূৰ্ণ কাম যোগ মাঝিৰ সহায়ত কৰোৱা হয়

'কাঙোবাবা'ৰ দয়া আৰু আশীৰ্বাদৰ ভৰসাত।

বিবাহ মণ্ডপৰ কাষতে যেতিয়া গান গোৱা হয়, তেতিয়া কইনাজনীয়ে নিজৰ মাঁ-দেউতাক যথেষ্ট কৰ্কশ ভাষাৰে গালি পাৰিবলৈ ধৰে, তাইৰ প্ৰতি বিশ্বাসঘাতক কৰা হ'ল বুলি অথবা তাইক কোনো কথা নোকোৱাকৈয়ে বিবাহত আবদ্ধ কৰাই দিয়া বুলি।

বিবাহৰ সময়ত গোৱা গানৰ প্ৰথম শাৰী কেইটামান ——

"তুমি টকাবোৰ লৈ ল'লা কিন্তু মোক নকলা,
সূত্ৰটো বান্ধি দিয়াৰ পিচতহে তুমি মোক ক'লা,
টকাবোৰ্ তুমি ঘুৰাই দিয়া মোৰ বান্ধোনো খুলি দিয়া
কাৰণ মোৰ বন্ধুজন এই গাঁওতেই আছে।"

বিবাহ মণ্ডপৰ ওচৰত গোৱা অন্তিম গানৰ কেইশাৰীমান —

কইনাঘৰীয়া দ'লটোৱে গায় —

"কৃষকায় মই পাহাৰুৱা ঘাঁহনিৰ দৰেই
লাহে লাহে ডাঙৰ হ'লো তোমাৰ চকুতেই,
এৰি যাওঁ দূৰলৈ লওঁ বিদায়,
থৈ যাওঁ শৈশৱৰ আনন্দবোৰ ইয়াতেই।"

এনেহেন মৰমৰ চিন স্বৰূপ গানবোৰকে স্মৃতি কৰি ছোৱালীজনী নিজৰ স্বামীৰ ঘৰলৈ যায় আৰু সেই দিনাৰ পৰাই দুয়ো নতুন আৰু সুখী জীৱন আৰম্ভ কৰে।

কেতিয়াবা আকৌ হঠাৎ এটা পক্ষই যদি দুয়োটা পক্ষৰ মাজত হোৱা চুক্তিখন ভঙ্গ কৰে তেতিয়া আনটো পক্ষই ক্ষতিপূৰণ হিচাপে সম্পূৰ্ণ খৰচ আদায় কৰিব পাৰে। সেয়ে, সিমান খিনি হ'বলৈ যাতে নোৱাৰে তাৰ প্ৰতি অতি সাৱধানতা অৱলম্বন কৰা হয়। যেতিয়া বিবাহৰ দিনটো ধাৰ্য্য কৰা হয়, তেতিয়াই আটাইতকৈ মহত্বপূৰ্ণ কামটো হৈ পৰে বিবাহবেদী বনোৱাটো। বেদীখন সাধাৰণতে শাল আৰু আমগছৰ ডালেৰে ছাঁ দিব পৰাকৈ বনোৱা হয়। মজৰ বেদীটো বনাওঁতে একাষত শাল গছৰ ডাল আৰু আনফালে অলপমান মাটিৰে ভেটি বনাই লৈ মহুৱা গছ কই দিয়া হয়। বিবাহৰ দিন ধাৰ্য্য কৰাৰ প্ৰায় এক, তিনি, পাঁচ বা সাত দিনৰ আগতে বেদীটো

বনোৱা হয় আৰু সেইদিনৰ পৰাই ল'ৰা আৰু ছোৱালীক তেল আৰু হালধিৰে ঘঁহি ঘঁহি গা ধুৱলৈ দিয়া হয়। বেদীটো সজাই লোৱাৰ পিচত প্ৰত্যেক দিনেই তিনিজনীকে পৰিচাৰিকাই হ'বলগীয়া দৰা-কইনাৰ ওচৰত থাকি, হাঁহি-ধেমালিৰে তেওঁলোকৰ খোৱা-লোৱাৰ আলপৈচান ধৰে। যোগমাঝি জনেও এইবোৰ সংস্কাৰৰ নিৰীক্ষণ কৰে আৰু তেওঁকো স্থাপন কৰা বেদীটো কিছু কাষতে খাদ্যবস্তু অথবা মদ আদি দিয়া হয়। বিবাহৰ সময়ত বলি দিবৰ বাবে বনোৱা বেদীটোও পৰিস্কাৰ আৰু পবিত্ৰ ঘাঁহনি বা কিছু জঙ্গলৰ ওচৰত বনোৱা হয়। নাইকেজনে তিনিটা মুৰ্গী হাতত লৈ প্ৰাৰ্থনা জনায়। ইয়াৰে এটা কজলা বা বাদামী ৰঙৰ আৰু আন দুটা বগা মুৰ্গী, দুটা পইচা, দুহাত ভৰা চাউল আৰু এটা পাত্ৰত চাউলৰ পৰা বনোৱা মদ উচৰ্গা হাতত লৈ পুৰোহিতজনে কয় — 'জাহেৰ এৰা বিবাহ বেদীৰ নামত মই তোমালৈ এই মুৰ্গী উচৰ্গা কৰিলোঁ। ইয়াৰ প্ৰতি তুমি দয়ালু হোৱা।' ইয়াৰ পিচত সি মুৰ্গীটো জাহেৰ এৰালৈ বলি দিয়ে। একে ধৰণেৰে মন্ত্ৰ আওৰাই লোৱাৰ পিচত বাকী থকা মুৰ্গী দুটা মাৰাং বুৰুলৈ উচৰ্গা দিয়া হয়। এই ধৰণেৰে আৰম্ভণিৰ পৰা শেষলৈ প্ৰস্তাৱ, প্ৰগতি আৰু পদ্ধতিৰে এটি পবিত্ৰ বান্ধোন বিবাহ কাৰ্য্য সমাপণ কৰোৱা হয় — পৰম্পৰা, নিয়ম আৰু সামাজিক প্ৰথাৰে।

এজন সাওঁতাল মানুহৰ জীৱনৰ আৰম্ভণি, বিবাহ আৰু তেওঁৰ শেষ জীৱন পৰ্য্যন্ত গাঁওৰ মুখীয়াল যোগমাঝি আৰু পুৰোহিতৰ তত্বাৱধানত, পৰম্পৰা আৰু ৰীতি-নীতিৰে, সামাজিক সংস্কাৰ, নিয়ম আৰু বান্ধোন আদি মানিব আৰু পালন কৰিবও লাগে।

সাওঁতাল এজনৰ মৃত শৰীৰটোক তেওঁলোকে আথে-বেথেকৈ শেষবাৰৰ বাবে তেল আৰু হালধিৰে মালিচ কৰে, বগা কাপোৰত মেৰিয়াই শ্মশানলৈ লৈ যায়, তাতেৰ এটা গাত খান্দি পুতি থয়। মৃতকক এটি ভাল বিচনাত শুৱাই থয়, কাষতে তেওঁলোকে ধনু আৰু কাঁড়ও থৈ আহে। এনে ধৰণেৰে জীৱনৰ আৰম্ভণি আৰু অন্তও হয়।

৩। প্ৰশাসনীয় শৃংখলাঃ

প্ৰশাসনিক শৃংখলাৰ ক্ষেত্ৰত সাওঁতাল সকল আন সকলতকৈ অলপ বেলেগ

তেওঁলোকৰ নিজৰ শাসন প্ৰণালী চাৰি খলপীয়া আৰু আটাইতকৈ নিম্ন স্তৰৰ শাসনৰ শৃংখলাটো গাঁওৰে মাঝি হাড়ামে সঞ্চালন কৰে। গাঁওৰ সম্পূৰ্ণ আলোচনা আৰু বিবাদ সমূহ সমাধান আৰু নিস্পত্তি ক'ৰোৱা হয় মাঝিজনৰ দ্বাৰাই। মাঝিজনৰ হুকুম আৰু আদেশ সকলোৰে বাবে সমানভাৱে প্ৰযোজ্য হয়। যদি গাওঁৰে মাঝিজনে ৰায় দিব নোৱাৰে তেতিয়া সেইবোৰ বিবাদ নিষ্পত্তিৰ বাবে অঞ্চলৰ মাড়ে মাঝি লৈ আৰু তাতো যদি মীমাংসা নহয় তেতিয়া জিলা পৰ্য্যায়ৰ মাঝিৰ বিচাৰলৈ যায়। যিকোনো বিচাৰৰ শেষ ৰায়দান দেশ মাঝি অথবা পৰগণা মাঝিৰ পৰা হয় যদি জিলা পৰ্য্যায়ৰ পৰা তেওঁলৈ  বিচাৰৰ বাবে পঠিয়াই দিয়া হয়। এটা সময়ত সামৰিক দণ্ডবিধিও আছিল একান্ত দ্বীপত অকলে থৈ দিয়া নাইবা শৰীৰৰ অঙ্গক্ষত কৰি শাস্তি দিয়া আদি আছিল, কিন্তু সময়ৰ লগে লগে সেইবোৰ দণ্ড আজি নাই।

**(খ) সাওঁতাল সমূহ ঃ এটি বাস্তৱতা আৰু বিভাজন - তেওঁলোকৰ উপখেল**

সাওঁতাল সংস্কৃতিৰ বিষয় পৰিমল চন্দ্ৰ মিত্ৰ দেৱে যেতিয়া অধ্যয়ন কৰিলে, তেতিয়া তেওঁ ক'লে- "If there is any culture which still carries on the impression of the underlying philosophic speculation and order of the thought that was wide spread in India prior to the rise of the Dravidian culture, it was very likely the belief and social order of pre-Dravidian Santals. So, in the pre-Aryan and pre-Dravidian culture of India, the Santals stand in the lime light." ভাৰতীয় দ্ৰাবিড়ীয় সংস্কৃতিৰ আগত যদি আন কোনো সংস্কৃতিৰ বহুল প্ৰচাৰ আছিল আৰু এতিয়াও তাৰ প্ৰভাৱ বহন কৰি আছে বুলি কোৱা হয়, আৰু যদি শৃঙ্খলাবদ্ধ ভাৱে অথবা সুস্থ চিন্তা সহকাৰে দাৰ্শনিক বিবেচনা কৰা হয়, তেতিয়া আমি প্ৰাগ্-আৰ্য্য বিশ্বাস আৰু প্ৰাগ্-দ্ৰাবিড়ীয় সংস্কৃতিৰ আগত সাওঁতাল সংস্কৃতিয়েই জ্বলন্তভাৱে নিজক উজ্বলাই ৰাখিব পাৰিছে।

সাওঁতালসকল ভাৰতৰ আদিবাসী। আদিবাসী শব্দটোৰ ব্যাখ্যা ইতিমধ্যে দিয়া হৈ গৈছে। তেওঁলোকে নিজকে 'হোড়' বুলি পৰিচয় কৰায় যেতিয়া তেওঁলোকে নিজৰ মাজত কথা পাতে। 'হোড়' শব্দৰ অৰ্থ হ'ল মানুহ। এসময়ত তেওঁলোকে

নিজকে হোড় অথবা মানৱ জাতি বুলিয়েই নিজকে পৰিচিত কৰাইছিল। আজিও তেওঁলোকে নিজৰ মাজত 'আবাদ হোড় কানাও' অৰ্থাৎ আমি একেই মানুহ বুলি নিজৰ পৰিচয় দিয়ে। তেওঁলোকে নিজকে 'খেৰৱাড়' বুলি পৰিচয় কৰাবলৈ গৌৰৱ বোধ কৰে। আজিৰ সাওঁতাল, মুণ্ডা, হো, বীৰহোড়, ভূমিজ, সবৰ, গদাবা, কুৰ্কু, মাহালি, মাহাতু, কুৰ্মি আদি সকলোবোৰ "খেৰৱাড়" জাতিৰ ভিতৰতেই আছিল। সম্ভৱত 'খেৰৱাড়' শব্দটোও 'হোড়' শব্দৰ পৰাই উৎপত্তি হৈছিল। সাওঁতাল অথবা সন্থাল শব্দটোও সন্তাৰ বা সৱন্ত শব্দৰ পৰাই সৃষ্ট। সংস্কৃত সাহিত্যত সাওঁতাল সকলক সমনপাল হিচাপে পৰিচিত কৰোৱা হৈছে।

ভাষাবিদ আৰু ইতিহাসবিদ সকলে সাওঁতাল সকলক অষ্ট্ৰো-এচিয়ান মানুহ বুলি পৰিচয় কৰাইছে আৰু ভাৰতীয় ভাষাবিজ্ঞান তথ্যৰ মতে তেওঁলোক ইণ্ডো-মঙ্গোলয়ড। আকৌ আন কিছুমান ইতিহাসবিদ সকলে সাওঁতাল সকলৰ ওপৰত কৈছে যে তেওঁলোক প্ৰথমে কম্বোডিয়া আৰু ভিয়েটনামৰ পৰা আহি ব্ৰহ্মদেশ হৈ অসমত সোমায় আৰু দ্ৰাবিড় বা আৰ্য্য সকলৰ আগতেই মধ্য ভাৰতৰ বিভিন্ন ঠাইত বসবাস কৰিবলৈ লয়। তেওঁলোকৰ পৌৰাণিক কথা মতে তেওঁলোক হিহিড়ি-পিপিড়ি নামে ঠাইত জন্ম গ্ৰহণ কৰিছিল। তেওঁলোকৰ নিজৰ জাতীয় গানত কিন্তু উল্লেখ পোৱা যায় —

হিহিড়ি-পিপিড়িৰেক জানামলেন,<br>
খাজ কামানৰেব খাজলেন,<br>
হাৰাতা বুৰুৰেৰ হাৰালেন,<br>
সাসাং বেড়ৰেব জাতিলেন।

(আমি হিহিড়ি-পিপিড়ি নামে ঠাইত জন্ম লভিছো, যুদ্ধবোৰ জয় কৰাবলৈ আমাক বিচৰা হৈছিল, হাৰাতা পৰ্বততেই জন্মিলো, ডাঙৰ-দীঘল হ'লোঁ, দুঃখেৰে আমি সাসাংবেড়া নদীৰ পাৰতে বিভাজিত হ'লোঁ)।

নৃতত্ববিদ ডঃ এ.চি. ৰয় দেৱৰ মতে অষ্ট্ৰিক সকল যেতিয়া বিন্ধ্যা পৰ্বতৰ আশে পাশে অথবা তাৰ চাৰিওফালে বসবাস কৰি আছিল, তেতিয়া আৰ্য্যসকলৰ আগমন হৈছিল আৰু অষ্ট্ৰিক সকলৰ বিৰুদ্ধে এখন ডাঙৰ যুদ্ধ হ'ল। যুদ্ধৰ পিচত তাত থকা

অষ্ট্রিক লোকসকল ছোটানাগপুৰলৈ আহি বসবাস কৰিবলৈ ললে খৃঃপূঃ ষষ্ঠ শতিকাত।

ভাৰতীয় বিভিন্ন জনজাতিৰ ভিতৰত সাওঁতাল সকলক বিশেষকৈ যথেষ্ট গুৰুত্ব দিয়াৰ কেইটামান কাৰণ আছে। ১৯৭১ চনৰ লোকপিয়লৰ হিচাপ মতে অসম আৰু ত্ৰিপুৰাৰ সাওঁতাল সকলৰ জনসংখ্যা বাদ দি ভাৰতবৰ্ষৰ সাওঁতালী জনসংখ্যা আছিল ৩৬,৯৩,৫৫৪ লাখ। কিন্তু সাওঁতাল জনজাতি সকলৰ জনসংখ্যা ২ কোটিতকৈ কোনো গুণেই কম নহয় প্ৰাপ্ত বিভিন্ন ৰাজ্যৰ জনসংখ্যাৰ তথ্যমতে।

১৯৫০ চনত প্ৰকাশিত শ্ৰী আই সিঙৰ দ্বাৰা সংকলিত 'ডেভেলপ্‌মেণ্ট অব আদিবাসী' নামৰ গ্ৰন্থৰ ৪ জানুৱাৰী সংখ্যাত উল্লেখ কৰা হৈছে যে (ভাৰতীয় বিজ্ঞান মহাসভাৰ অন্তিম সভা) আদিবাসী সকলৰ জনসংখ্যা ৩০ লাখতকৈ কম হয়। তেওঁ আৰু কৈছে যে তেওঁলোকৰ প্ৰকৃত সংখ্যা পাবলৈ হ'লে গণনাত পোৱা সংখ্যা চাৰিগুণ কৰিলেহে যুক্তিযুক্ত হ'ব। এই ধৰণে তেওঁলোকৰ ঐতিহাসিক সত্যতাৰ ওপৰত ভিন্ন ভিন্ন ধৰণে বিভিন্নজনে নিজৰ মতামত দাঙি ধৰি আহিছে। ভাৰতবৰ্ষৰ বহুভাষী জনতাৰ বহুৰূপী সংস্কৃতিৰ প্ৰতিযোগিতাৰ মাজত কিছুমানে প্ৰচণ্ড বেগে উন্নতি কৰি গৈ আছে, কিছুমান লাহে লাহে আগবাঢ়িছে, কিছুমান আকৌ কিংকৰ্ত্তব্য বিমূঢ় হৈছে নিজৰ জাতিগত নেতা সকলৰ অদূৰদৰ্শীতাৰ বাবে। সদৌ শেষত কিছুমানে প্ৰতিযোগিতাৰ গতিবিধি বিচাৰি নাপাই, নিজৰ যি আছিল তাকো হেৰুৱাই আনৰ ভাষা-সাহিত্য সংস্কৃতিকে আকোৱালী লৈ নিজৰ পৰিচয় দিবলৈ আগবাঢ়িছে।

এইখিনিতে উল্লেখ কৰা অতি আৱশ্যক হ'ব যে এই মহান আৰু বিশাল ৰাষ্ট্ৰখনত আৰ্য্য অথবা হিন্দু ধৰ্মাৱলম্বী লোক সকলে সহজ-সৰল পিচপৰা অশিক্ষিত লোকসকলক আজি আকোৱালী ল'ব পৰা নাই। বহুভাষী বিচিত্ৰতাৰ মাজতে মিচ্‌নেৰী সকলে শিক্ষাৰ নামত ধৰ্ম শিক্ষাদিয়াৰ ফলত সেই ভাষীসকলৰ মাজতেই, আপোনৰ মাজতে বিভেদ বিৰাজমান। ভাষা-সাহিত্য-সংস্কৃতিত অতিকৈ পিচপৰি থকা কাৰণ সমূহৰ ভিতৰত ধৰ্মই কৰা বিভাজনেই আজি জাতি-বিভাজন হিচাপে দেখা দি আহিছে। সচেতন সকলে চিন্তা কৰিবলৈ হ'ল।

**বৰ্গীকৰণ ঃ বাৰটা বিভাজনৰ খেল আৰু উপখেল ---**

সাওঁতাল জনগোষ্ঠীটোক বাৰটা বিভাজনত ভাগ কৰা হৈছিল বুলি আমি আগতে কৈ আহিছোঁ। তেওঁলোকৰ ভিতৰত বেদেয়া খেলটোৰ বিষয় ক'তো উল্লেখ কৰা পোৱা নাযায় যি ধৰণে আনবোৰৰ উপখেল সমূহৰ বৰ্ণনা কৰা হৈছে। তেওঁলোকৰ পৌৰাণিক কথামতে সেই খেলটো কৰবাত হেৰাই যোৱা বা অন্য কাৰোবাৰ লগত মিশ্ৰিত হোৱা বুলি মত পোষণ কৰে।

প্ৰাপ্ত আৰু বৰ্ত্তমানলৈকে পোৱা উপখেল সমূহৰ নাম তলত উল্লেখ কৰা হ'ল-

**ক। হাসদা ----**

| | | |
|---|---|---|
| ১। বদাদ হাসদা | ২। বেদৱাৰ | ৩। বদৱাৰ |
| ৪। চিলবিন্দি | ৫। কুঁহি | ৬। কুন্দি |
| ৭। মহান্দা | ৮। আৱৰ | ৯। পিটকাণ্ডা |
| ১০। ৰালুতুৰ | ১১। সাড়া | ১২। চালে |
| ১৩। সা | ১৪। তৌহি | ১৫। জুগি |
| ১৬। কাড়া গুজাউ | ১৭। কাউ | ১৮। গাণ্ড |
| ১৯। জিহু | ২০। কেদৱাৰ | ২১। খেৰৱাড় |

**খ। মুৰ্ম্মু ----**

| | | |
|---|---|---|
| ১। বদাদ | ২। বিটল | ৩। বৱাড় |
| ৪। চপিজৌৰ | ৫। দাতেলা | ৬। গজাড় |
| ৭। গাড় | ৮। হৌণ্ড | ৯। জাহেৰ |
| ১০। জিহু | ১১। জুগি | ১২। কাড়া |
| ১৩। কাবাড়া | ১৪। কাথা | ১৫। কুডিম |
| ১৬। লাহেৰ | ১৭। লাট | ১৮। মাহুত |
| ১৯। খুণ্ড | ২০। অৱৰা | ২১। আৱৰ |
| ২২। আমু | ২৩। পাৱা | ২৪। পাণ্ডা |
| ২৫। সাড়া | ২৬। সানাসং | ২৭। চাউ |
| ২৮। চখেয়াৰ | ২৯। চটিয়াৰ | ৩০। তিলক |

| | | |
|---|---|---|
| ৩১। তুৰ্কু | ৩২। টিকাউ | ৩৩। তুতি সৰাজাম |
| ৩৪। চালে | ৩৫। বৌৰা | |

গ। কিস্কু —

| | | | |
|---|---|---|---|
| ১। আঁদে | ২। বদাদ | ৩। বিটল গাড় | ৪। কাণ্ডা |
| ৫। কাতৰা | ৬। ভাৱে | ৭। লাট | ৮। আবৰ |
| ৯। আ | ১০। পাণ্ডতি | ১১। লুতুৰ | ১২। সাডা |
| ১৩। সান | ১৪। টিকাউ | ১৫। গাড় | ১৬। লাহেৰ |
| ১৭। পলাল | | | |

৪। হেম্বৰম্ —

| | | | |
|---|---|---|---|
| ১। বদাদ | ২। বিটল | ৩। দাতেলা | ৪। ভাবে |
| ৫। গুবাউ | ৬। গুবা | ৭। হৌণ্ডি | ৮। আবৰ |
| ৯। আ | ১০। সাডা | ১১। চালে | ১২। ঠউকৰ |
| ১৩। চাস্য | ১৪। কুবাৰী | ১৫। লাহেৰ | ১৬। লাট |
| ১৭। নিৰাউৰ। | | | |

৫। মাৰ্ডি -

| | | | |
|---|---|---|---|
| ১। বাবাদে | ২। বদাদ | ৩। বাদলি টিকাউ | ৪। বিটাল |
| ৫। বুৰু বেৰেট | ৬। ভাস | ৭। গাড় | ৮। হেসেল |
| ৯। জানা | ১০। জুগি | ১১। কেদৰাৰ | ১২। কুলখি |
| ১৩। খান্দা | ১৪। খান্দা গাজাৰ | ১৫। খাৰা | ১৬। লাখিন |
| ১৭। সিৰু | ১৮। আবৰ | ১৯। পোণ্ড | ২০। ৰাট |
| ২১। ৰুপাউ | ২২। সাডা | ২৩। সিদুপ | ২৪। তুৰ্কুলামাউন |
| ২৫। টিকাউ | ২৬। গাড়া | ২৭। কাড়া | ২৮। ৰা। |

৬। টুডু —

| | | | |
|---|---|---|---|
| ১। বাদেব | ২। বাসকে | ৩। বিটাল | ৪। ভক্ত |
| ৫। চিগি | ৬। চৰুক | ৭। দাতেলা | ৮। গাড় |
| ৯। জুগি | ১০। কুদৌম | ১১। খাৰহৰা | ১২। লাহেৰ |

| | | | |
|---|---|---|---|
| ১৩। লাড | ১৪। লাট | ১৫। মৌন্দাডিউ | ১৬। আব্ৰ |
| ১৭। পয়েতা | ১৮। আ | ১৯। পাতম | ২০। সাডা |
| ২১। তিলক | ২২। টিকাউ। | | |

## ৭। সোৰেণ —

| | | | |
|---|---|---|---|
| ১। বাদেদ | ২। বৰউৰি | ৩। বাৰিহৰিট | ৪। বাদেয়া |
| ৫। বিটাল | ৬। দাতেলা | ৭। গাড় | ৮। গাগুে |
| ৯। গুবউ | ১০। জুগি | ১১। জিতু | ১২। সেহেল |
| ১৩। খান্দা | ১৪। লুড়কা | ১৫। মডি | ১৬। মাল |
| ১৭। মাইলী | ১৮। মুণ্ডু | ১৯। আবৰ | ২০। আ |
| ২১। পোগু | ২২। ৰা লুতুৰ | ২৩। সাডা | ২৪। সাডা সিদুপ |
| ২৫। সাক | ২৬। শাৰ | ২৭। সিদুপ | ২৮। সান |
| ১৯। তুৰ্কু সুমান | ৩০। টিকা | ৩১। সাঙ | |

## ৮। বাসকে —

| | | | |
|---|---|---|---|
| ১। বিদাউদ | ২। বিটাল | ৩। ভিড়ি | ৪। ভিতাউৰ |
| ৫। গাড় | ৬। হেড়ে | ৭। আহেৰ | ৮। জিহু |
| ৯। কুহি | ১০। কেদৰাৰ বা | ১১। লাট | ১২। মাঝিখিল |
| ১৩। মিণ্ডু | ১৪। নায়কেখিল | ১৫। নিজ | ১৬। আব্ৰ |
| ১৭। আ | ১৮। পাতম | ১৯। সাডা | ২০। সৌৰাগাড় |
| ২১। সুডে | ২২। ঠুণ্টি। | | |

## ৯। বেসৰা —

| | | | |
|---|---|---|---|
| ১। বাসকে | ২। বিনাদাদ | ৩। বিটাল | ৪। ভিনাব্ৰ |
| ৫। গাড় | ৬। গুবাউ | ৭। কৌহু | ৮। কুহি |
| ৯। কুড়ি | ১০। খাণ্ডা | ১১। লাট | ১২। আব্ৰ |
| ১৩। আ | ১৪। সান | ১৫। তিলক। | |

### ১০। চোঁড়ে —

| | | | |
|---|---|---|---|
| ১। বিনদাদ | ২। বিটাল | ৩। চচৰহাট | ৪। গাড় |
| ৫। গুবাউ | ৬। গুবাউ হেম্বৰম্ | ৭। গুবাউ সোৰেণ | |
| ৮। হেম্বৰম কোবাউৰ | ৯। খাহু | ১০। লাট | |
| ১১। আ | ১২। সাডা | ১৩। সিন্দুৰ | ১৪। ঠাকুৰ। |

### ১১। পাওৰীয়া —

| | | | |
|---|---|---|---|
| ১। বিটাল | ২। ভিটাউৰ | ৩। চাওৰীয়া | ৪। গাড় |
| ৫। লাট | ৬। মিণ্ডু | ৭। আৱৰ | ৮। আ |
| ৯। পালাম | ১০। সাডা | ১১। সিদুন। | ১২। বেদেয়া- (অজ্ঞাত) |

উল্লেখিত বাৰটা খেল অথবা তাৰ উপখেল বোৰৰ বিভাজনৰ অন্তৰালত কিছুমান কৰ্মৰ বিভাজন কৰা হৈছিল। সেইবোৰ বিভাজন আজিও আছে; কিন্তু কৰ্ম বিভাজন হিচাপে শৃঙ্খলিত নহয়।

পুৰণি কালত ৰাজকীয় মানুহবোৰ অকল কিস্কু সকলৰ পৰাহে নিৰ্বাচিত হৈছিল। ঠিক সেই ধৰণে পুৰোহিত শ্ৰেণী মূৰ্ম্মু সকলৰ পৰা, সৈনিক সোৰেণ সকলৰ পৰা খেতিয়ক হাসদা সকলৰ পৰা, উচ্চ শ্ৰেণীৰ কৰ্মচাৰী হেম্বৰম সকলৰ পৰা, ব্যৱসায়ী সকল মাৰ্ডি সকলৰ পৰা, নৃত্য গীত আদি টুডু সকলৰ পৰা আৰু বাস্কে সকলৰ পৰা, ৰান্ধনি তথা অন্যান্য। আজি সেই খেল অনুসাৰে কৰা কৰ্ম বিভাজনবোৰ সমাজত প্ৰচলিত অৱস্থাত নাই।

উল্লেখনীয় যে প্ৰত্যেকটো খেল বিভাজনৰে অধীনত একোটাকৈ গাড় বা ৰাজ্য আছিল। সেইবোৰ গাড় অথবা ৰাজ্য তলত উল্লেখ কৰা হ'ল —

| অধিপতি | গাড় সমূহ |
|---|---|
| ১। কিস্কু | আযোধ্যা গাড় |
| ২। মূৰ্ম্মু | চম্পা গাড় |
| ৩। হেম্বৰম্ | পাণ্ড পচিট গাড় |
| ৪। বাস্কে | খুকচা খুলি গাড় |

৫। মাৰ্ডি　　　　　　　　　　　　　　　　দুইচা নগৰ গাড়

৬। টুডু　　　　　　　　　　　　　　　　ইছানগৰ গাড়

৭। হাসদা, স্বৰগ পুৰী গাড়, বাদুলী কায়েড়াগাড়, কুতমপুৰী গাড় আৰু চিৰুণাগাড়।

ইয়াৰ উপৰিও স্বৰ্গপুৰী গাড় আৰু বাদুলী কায়েড়া গাড় দুটাও তেওঁলোকৰ ৰাজ্য হিচাপে উল্লেখ পোৱা যায়। সাওঁতাল সকলে এসময়ৰ নিজৰ ৰাজ্য চায় চম্পা আৰু বাদুলী কায়েড়া গাড় এৰি আহিছিল, কিন্তু আজিও তেওঁলোকে নিজৰ পৈত্রিকভূমি হিচাপে কথা মনত পেলায়, তেওঁলোকৰ এই স্মৃতিয়ে হৃদয় পৰশী যায়।

গানত তেওঁলোকে গায়ঃ

"চায়ে চম্পা গাড় দা লিলি বিছী

বাদুলী কায়েড়া লিখন গঢ়ান

দাদাগে চায় চম্পা দাদাগে বাদুলী কায়েড়া

দাদাগে গাড়বাউ বউগীয়া কাণ।"

অৰ্থঃ- "ও চায় চম্পা ধুনীয়া,

ও বাদুলী কায়েড়া শস্যৰে ভৰা,

মনোমহো ধুনীয়া চায় চম্পা আৰু

মনোমোহা বাদুলী কায়েড়া, আহিলোঁ আমি তোমাক এৰি থৈ।"

সাওঁতাল সকলৰ অতীতৰে পৰাই প্ৰশাসনীয় শৃঙ্খলা আছিল আৰু আজিও সেইবোৰ অনুসৰণ কৰা হয়। সকলোবোৰ দায়িত্ব গাওঁৰ হাড়াম অথবা মাঝিৰ ওপৰত ন্যস্ত থাকে। জন্মৰ পৰা মৃত্যুলৈকে উক্ত হাড়াম (গাওঁবুঢ়া) জনে দায়িত্ব বহন কৰি নিজৰ কৰ্ত্তব্য পালন কৰি যায়। সকলোবোৰ কাম নিয়াৰীকৈ আৰু নিখুত ভাৱে তেওঁ সমাধান কৰে। গাওঁত শান্তি আৰু সমৃদ্ধিৰ ক্ষেত্ৰতো তেওঁৰ দায়িত্ব অতি মহত্বপূৰ্ণ। অৱশ্যে আজি বিভিন্ন সাওঁতাল গাওঁৰ মানুহবোৰে নিজৰ উপাধি হিচাপেও 'মাঝি' শব্দটো প্ৰয়োগ কৰি আহিছে। এই ভুল ধাৰণাটো ভাৰতত ইংৰাজ শাসনৰ সময়ৰ পৰাই আৰম্ভ হৈছে। মাঝি হাড়ামৰ সন্মানজনক পদটোৰ কাৰণে ভুলক্ৰমে প্ৰচলিত প্ৰথাটোত সংস্কাৰ হ'ব লাগে বুলি আজিও তেওঁলোকে মত পোষণ কৰে।

প্ৰথাটোত সংস্কাৰ হ'ব লাগে বুলি আজিও তেওঁলোকে মত পোষণ কৰে।

**সাওঁতাল সমাজত বাব আৰু পদ :**

সাওঁতাল সমাজত কিছুমান খেল আৰু উপখেলৰ বিষয় ইতিমধ্যে আলোচনা কৰা হৈছে। তেওঁলোকৰ সমাজত আৰু কিছুমান বাব বা পদ আছে। সেই উপাধি থকা পদাধিকাৰী সকলে কিছুমান কৰ্ত্তব্য আৰু দায়িত্ব পালন কৰিবলগীয়া হয়। সেইবোৰ চমুকৈ তলত উল্লেখ কৰা হ'ল —

**পাৰাণিক :**

পাৰাণিক এজনে সদায় মাঝি হাড়ামক বিভিন্ন বিষয়ত দিহা পৰামৰ্শ দিব লাগে। সকলোবোৰ সমাজিক বিষয়ত তেওঁ মাঝি হাড়ামক পৰামৰ্শ আগবঢ়ায় আৰু কেতিয়াবা তেওঁৰ অনুপস্থিতিত পাৰাণিকজনে নিজেই সেইবোৰ কাম কৰিব লাগে।

**যোগ মাঝি :**

যোগ মাঝি জনে গাওঁখনত যাতে কোনো লোকৰ দ্বাৰা নৈতিক চৰিত্ৰৰ বদনাম হ'বলৈ নাপায়, তালৈ চকু দিব লাগে। গাওঁখনত কোনো যুৱক-যুৱতী বিপথগামী হৈছে নেকি বা নিজৰ চৰিত্ৰৰ কিবা অৱনতি ঘটিছে নেকি আদিবোৰ চোৱা-চিতা কৰিব লাগে। যদি কাৰোবাৰ নৈতিক ব্যৱহাৰ বা চৰিত্ৰৰ পতন ঘটিছে, সেইবোৰক তেওঁ মাঝি হাড়ামৰ দৃষ্টিগত কৰোৱায় বিধিগত ব্যৱস্থা আৰু সংস্কাৰৰ বাবে।

**গোদেত :**

মাঝি হাড়ামক সহায় কৰিবলৈ এজন লোকৰ আৱশ্যক হয়, তেওঁৰ উপাধি হ'ল গোদেত। তেওঁ জন্মৰ, মৃত্যুৰ, বিবাহৰ, উৎসৱৰ অথবা আন বিষয় সমূহৰ খবৰ-বাতৰি আদি মাঝি হাড়ামক দিব লাগে। বিভিন্ন ধৰণৰ সমিতি আহ্বানৰ বিষয় বা পৰামৰ্শ দি তেওঁ মাঝি হাড়ামৰ নিৰ্দেশ মৰ্মে ৰাইজলৈ জনাব লাগে।

**নাইকে :**

গাঁওৰ নাইকেজনে সাধাৰণতে সকলো ধৰ্মীয় অনুষ্ঠান, পূজা-পাৰ্বন আৰু সামাজিক কাম তথা উৎসৱ আদিৰ কাম কৰে। তেওঁক গাঁওবে পুৰোহিত অথবা তেওঁৰ পূৰ্বৰ নায়কজনে নিৰ্বাচিত কৰে। কেতিয়াবা তেওঁ মতামত নাইবা মন্তব্য দ্বাৰাও নিৰ্বাচিত হয়।

**কুডৌম নাইকে :**

কুডৌম নাইকেজনে নাইকে বা পুৰোহিতৰ বিভিন্ন কামত সহায় কৰিব লাগে।

**পৰগণা :**

পৰগণা এখন জিলা শাসন কৰ্ত্তাৰ সমান। বহুতো গাঁও লগ লগাই এটা পৰগণা গঠন কৰা বা তাৰ সীমা বান্ধি দিয়া হয়। শান্তি আৰু শৃংখলা জীয়াই ৰখাই হ'ল পৰগণাৰ মূল কৰ্ত্তব্য। কেতিয়াবা যিবিলাক কাম মাঝি হাড়ামৰ দ্বাৰা অমীমাংসিত হৈ ৰয় বা সমাধান কৰিবলৈ বাকী থাকে, সেইবোৰ পৰগণালৈ আগবঢ়াই দিয়া হয় সমাধানৰ বাবে।

**ৰাপাজ :**

সাওঁতাল সাম্ৰাজ্যৰ মুৰব্বীজনক ৰাপাজ উপাধিৰে বিভূষিত কৰা হয়। দেশৰ সম্পূৰ্ণ নিয়ন্ত্ৰণ তেওঁৰ হাতত দিয়া হয়। শান্তি, শৃঙ্খলা, অনুশাসন, সুৰক্ষাৰ ব্যৱস্থা আদি তেওঁৰ ওপৰত সাব্যস্ত ৰখা হয়।

**লা-বীৰ-দৰবাৰ :**

ন্যায় বিচাৰৰ ঠাই অথবা আদালতক লা-বীৰ-দৰবাৰ বা লা-বীৰ-বাইচী নামেৰে জনা যায়। আহোম সকলৰ মে-ডাম-মে- ফিৰ লগত ইয়াক ৰিজাব পৰা যায়। ইয়াক বিচাৰ পৰিষদ হিচাপে জনা যায় আৰু ইয়াক সাওঁতাল সমাজৰ মুৰব্বী ডেহৰীয়ে পৰিচালনা কৰে।

জাৰকালি খেতি চপোৱাৰ আগে আগে অথবা তাৰ পিচত বিভিন্ন সময়ৰ আবেদন নিবেদনৰ ওপৰত সভা বহে আৰু বিচাৰ পৰিষদে ন্যায় দিব নোৱাৰিলে লা-বীৰ-দৰবাৰলৈ যায়। দোষীজনে উপযুক্ত শাস্তিও পায়। সাধাৰণ মানুহেও এই ধৰণে উপযুক্ত বিচাৰ আৰু ন্যায় পাব পাৰে।

# অধ্যায় ঃ চতুৰ্থ

**পৰম্পৰাগত বিশ্বাস আৰু দৃষ্টি ঃ**

সাওঁতাল সকলৰ লোক বিশ্বাস বা পৰম্পৰাগত বিশ্বাস সাধাৰণতে দুই ধৰণে প্ৰকাশ পায়। প্ৰথমটো হ'ল তেওঁলোকে ব্যৱহাৰ কৰা ঔষধ-পাতি, তাৰ অনুশাসন আৰু উপযোগীতা। দ্বিতীয়টো হ'ল তেওঁলোকে ভুগি থকা বেমাৰ আৰু তাৰ প্ৰতি সাধাৰণতে মানুহৰ বিচাৰ বা ধাৰণা, বেমাৰৰ কাৰণ সমূহ, তেওঁলোকৰ অন্ধবিশ্বাস আৰু ভয়, অদৃশ্য শক্তিক সন্তুষ্ট কৰি ৰাখিবলৈ তেওঁলোকৰ নিয়মিত প্ৰয়াস আদিয়ে নিবিড়ভাৱে কাম কৰি থকা যেন লাগে। তেওঁলোকে বিশ্বাস কৰে যে বেমাৰৰ বিভিন্ন কাৰণ সমূহৰ ভিতৰত অদৃশ্য শক্তিয়েও কাম কৰি থাকে। পেশাদাৰী বৈদ্য জনক ওজা বুলি কোৱা হয়। তেওঁ দিয়া ঔষধে কাম কৰিবলৈ হ'লে বোঙাক সন্তুষ্ট ৰাখিব লাগিব। বোঙা শক্তিৰ ওপৰত সাওঁতাল সকলৰ অত্যন্ত গভীৰ বিশ্বাস। তেওঁ বোঙা সকলৰ ওপৰতে বোঙা। আচল কথা হ'ল তেওঁলোকে যথেষ্ট সংখ্যাক বোঙাৰ ওপৰত বিশ্বাস কৰে আৰু সকলোবোৰেই কম-বেছি পৰিমাণে দুষ্ট বুদ্ধি সম্পন্ন আৰু কেতিয়াবা অত্যন্ত বেয়াও। সেই বোঙা সকলক তেওঁলোকে উচৰ্গা বা বলি দি হ'লেও সন্তুষ্ট কৰি ৰাখিব বিচাৰে। অৱশ্যে এনে কাম কৰা হয় বোঙাবোৰক সন্তুষ্ট কৰিবলৈ কিন্তু ভয়ৰ কাৰণেহে, সন্মান বা শ্ৰদ্ধাৰ বাবে নহয়। বলিদানবোৰ একোটাকে উপহাৰ, নিষ্কৃতি বা সুৰক্ষাৰ কবোল — সাওঁতাল সকলৰ পাৰিবাৰিক দুৰ্যোগ বা স্বাস্থ্যহানি নকৰাবলৈ, হ'ব নিদিবলৈ। এইবোৰ কাম গাঁওৰ নিৰ্বাচিত পুৰোহিত জনৰ দ্বাৰা সম্পন্ন কৰোৱা হয় নিয়ন্ত্ৰিতভাৱে।

তেওঁলোকৰ এইটো ধাৰণা যে ওজাজনে বহুতো বোঙ্গা আৰু ভূতৰ বিষয়ে জানে যিবোৰৰ বিষয়ে সাধাৰণলোকে গমকে নাপায় বা একো নাজানে। বোঙ্গা সকলক মাতিবলৈ ওঝাজনে দিয়া আহ্বান বা মন্ত্র আন সাওঁতালসকলে আওৰোৱা মন্ত্রবিলাকতকৈ বেলেগ। কাৰণ, মন্ত্রবোৰ হিন্দু সকলৰ পৰা প্রাপ্ত হোৱা। কিন্তু ওঝাজনে আওৰোৱা মন্ত্রবোৰ সংকেতৰ পৰা পোৱা আৰু সেইবোৰ বোঙ্গাসকললৈ উচৰ্গা দিয়াৰ সময়ত হে প্রয়োগ কৰা হয়। বেমাৰীজনে আৰাম পোৱাৰ পিচত ওঝাজনে বোঙ্গালৈ দিয়া প্রতিজ্ঞা অথবা বচনখিনি পূৰাব লাগে। সেয়ে, সাধাৰণ সাওঁতাল লোকসকলে বিশ্বাস কৰা মতে শাকেত বা শক্তি শব্দটোৰ অৰ্থ হ'ল ক্ষমতা বা দক্ষতা।

সদৌ শেষত এইখিনি স্পষ্ট কৰিব লাগিব যে, যিটো দৈৱিক শক্তি ওঝাজনৰ লগত সম্পৰ্কিত, তেওঁ নিজেই সেই দৈবিক শক্তিয়ে আহ্বান কৰা অনুভব কৰে। সেয়ে, বোঙ্গা সকলক আহ্বান কৰা বা সন্তুষ্ট কৰিব পৰা ক্ষমতাও তেওঁ নিজৰ পূৰ্বজ সকলৰ পৰা গ্ৰহণ কৰা হেতুকে তেওঁৰ প্রতি সকলো সাওঁতাল সকলে নিৰ্বিঘ্নে বিশ্বাস কৰে।

১। সাধাৰণ বিশ্বাস ঃ

বেমাৰ আজাৰৰ প্রতি সাওঁতাল সকলৰ ধাৰণাটোক জানিবলৈ হ'লে প্রথমে আমি জানিব লাগিব যে তেওঁলোকে প্রাকৃতিক কাৰণৰ ওপৰত বিশ্বাস ৰাখে। তেওঁলোকে প্রাকৃতিক কাৰণৰ দ্বাৰা বেমাৰ হোৱা বা ইয়াৰ প্রভাৱত হোৱা নুই কৰিব নোৱাৰে। সাধাৰণ নিয়মমতে ভৌতিক কাৰণকো তেওঁলোকে অৱজ্ঞা কৰিব নোৱাৰে কিন্তু, এটা সন্দেহ সদায় বাস্তৱৰূপে থাকে যে অকল প্রাকৃতিক কাৰণৰ বাবেই নহয়, বৰং তাত অদৃশ্য এটা বেয়া প্রভাৱে কাম কৰাটো প্রাথমিক হিচাপেই লয়।

চমুকৈ ক'বলৈ গ'লে সাওঁতাল লোক সকলে ঈশ্বৰৰ শক্তিৰ ওপৰত বিশ্বাস কৰে যিজনে জীৱন দিছে, জীৱনৰ আৱশ্যকতাখিনি দিছে আৰু দিছে দীঘলীয়া মূল্যবান সময় য'ত ধ্বংসাত্মক ক্রিয়াও থাকে যাৰ প্রভাৱৰ পৰা মানুহ কেতিয়াও সাৰিব নোৱাৰে।

২। আৰোগ্য আৰু সৃষ্টি কৰ্ত্তা

সাওঁতাল সকলে মুক্তভাৱে বিশ্বাস কৰে যে বোঙ্গাসকলে অকল বেয়া কামহে

কৰিব পাৰে আৰু সেইবোৰে ঘটোৱা বা কৰা বেয়া কাৰ্য্যবোৰৰ নিৰাময় কৰিব নোৱাৰে। তেওঁলোকে বাৰে বাৰে বেয়া কাম কৰিব পাৰে আৰু এইটোৱেই মাত্ৰ আশা কৰা যায় যে বোঙ্গা সকলক বেয়া কাম কৰাৰ পৰা আতঁৰত ৰাখিব পৰা যায়। বোঙ্গা সকলৰে কৰা স্তুতিৰ আদৰ্শৰ পৰা এইটো জনা যায় যে নকৰাত্মক কামৰ পৰা সেইবোৰক আতঁৰত ৰাখিব পৰা যায় কিন্তু সকাৰাত্মক কামৰ বাবে একো আশা কৰিব নোৱাৰি।

সাওঁতাল সকলে বিশ্বাস কৰে যে বোঙ্গা আৰু ডাইনী সকলে কেনেকৈ 'খাৰ' লাগে তাক জানে কিন্তু কেনেকৈ ভাল কৰিব লাগে তাক নাজানে। সেইবোৰে মাত্ৰ জানে কেনেকৈ দুঃখ দিব পৰা যায়। ঠিক সেই ধৰণে আত্মাবোৰেও জানে কেনেকৈ জপিয়াই পৰিব লাগে কিন্তু সিহঁতে নাজানে কেনেকৈ সংযত হ'ব লাগে।

সাওঁতাল সকলে 'কাণ্ডো বাবা'ৰ ওপৰত এই ধৰাৰ সম্পূৰ্ণ সৃষ্টিৰ বিশ্বাস কৰে যাক তেওঁলোকে সৰ্ব্বশক্তিমান সূৰ্য্য বুলি আখ্যা দিছে। সেইজন সৃষ্টি কৰ্ত্তাইহে মাত্ৰ জীৱনটো দিবও পাৰে আৰু সময়মতে সংযত ভাৱে ওভোটাই লৈ যাবও পাৰে। সেইজনেই সম্পূৰ্ণ গছ-লতাবোৰ সৃষ্টি কৰিছে য'ত মানুহৰ দুঃখ দৈন্য আদি নিৰাময় হৈ থাকে। সেইজনেই গোটেই পৃথিৱীৰ বীজৰোপণ কৰিছে সৃষ্টিৰ। এতেকে, যিকোনো বেমাৰৰ পৰা পৰিত্ৰাণ পাবলৈ হ'লে উপযুক্ত ঔষধ বা নিৰাময়ৰ উপায় উলিয়াব জানিব লাগিব। তেওঁলোকৰ ধাৰণা এইটোৱেই যে যদি ব্যৱহাৰ কৰা ঔষধ আৰু বেমাৰ একেটা সঙ্গমতে মিলি যায়, তেতিয়া বেমাৰীজনে আৰোগ্য লাভ কৰিব পাৰিব।

গতিকে, বিশ্ব ব্ৰাহ্মাণ্ডৰ সৃষ্টি কৰ্ত্তা হ'ল কাণ্ডোবাবা যিজনে সকলোলোককে সৃষ্টি কৰিছে আৰু নিজৰ প্ৰভাৱতেই নিয়ন্ত্ৰণো কৰিছে। আন আন বোঙ্গা সকলে, সাওঁতাল সকলৰ বিশ্বাসমতে, নিজ নিজ ইচ্ছা অনুযায়ী কাম কৰি থাকে।

**(ক) দৰ্শন ঃ বিশ্বাস আৰু আস্থা**

সাওঁতালসকলৰ দৰ্শন অৱশ্যে প্ৰাকৃতিক বিশ্বাস আৰু আস্থাৰ পৰা ফালৰি কাটি নাযায়। যিহেতু তেওঁলোকৰ আন হিন্দু বা খৃষ্টান সকলৰ নিচিনাকৈ কোনো ধৰ্ম নাই, তেওঁলোক প্ৰকৃতিতেই সৃষ্টি হ'ল, জন্মিলে, ডাঙৰ দীঘল হ'ল প্ৰকৃতিৰ

বোঙালাতেই, জল-জমিন আৰু জঙ্গলতেই; তেওঁলোকৰ দৰ্শনো প্ৰকৃতিৰ আধাৰতেই আবৃত। ইয়াৰ সম্ভাব্যতা পোৱা যায় — প্ৰাকৃতিক কাৰণ, মানৱ জাতি, বোঙাসকল আৰু সাওঁতাল সকলৰ পূৰ্ব পুৰুষসকলৰ যৌথ সান্নিধ্যত।

প্ৰাকৃতিক কাৰণ সমূহ বিশেষকৈ দুটা শীৰ্ষ বিন্দুৰ পৰা চোৱা যায়। প্ৰাকৃতিক বেমাৰ আজাৰ আৰু ডিচম ডা্ক অথবা বেমাৰৰ পিচত মৰণশীলতা।

সাওঁতাল সকলৰ বিশ্বাসমতে মানৱ সমাজত বেমাৰ সৃষ্টি কৰিব পাৰে ডাইনীসকলে আৰু সেয়ে, তিৰোতা সকলক বেলেগ প্ৰভাৱ পেলাব পৰা বুলি ধৰা হয়। কেতিয়াবা বেমাৰী থকা ঘৰত তিৰোতাক কিছু নজৰ দিয়া হয় বা চিহ্নিত কৰা হয় — পৰিবাৰৰ মা-দেউতাৰ ঘৰৰ তিৰোতা সকলক। ব্যক্তিগত হিচাপে বহুকেইজনীৰ মাজত এজনী বা গাঁওৰ বহুকেইজনীমান তিৰোতাৰ মাজত এজনী বা কেইবাজনীকো তেনে দৃষ্টিৰে চোৱা হয়।

বোঙা অনেক আছে। আটাইতকৈ সহজে সন্দেহ কৰিব পৰা হ'ল পাৰিবাৰিক বোঙা যিটো ঘৰত বেমাৰী নিজেই থাকিব পাৰে। ঠিক সেইদৰে, যদি বেমাৰীজন বয়সস্থ হয় বা বিবাহিত হয় তেতিয়াহ'লে নিজৰ পৰিবাৰৰ বাপেককো সেই ধৰণে সন্দেহ কৰা হয়। গাঁওৰ সীমাৰ ভিতৰত থকা আত্মা বা ভূত-সীমা বোঙা, গাঁওৰ বাহিৰত বা পথাৰত, ধানৰ ডাঙৰী ৰখা, খলিহে আদি ঠাইত বোঙাৰ উপস্থিতি আৰু বিচৰণৰ বোধ কৰা হয় য'ৰ পৰা বোঙাই লক্ষ্য কৰিব পাৰে, সহজে আঘাত কৰিব পাৰে অথবা অপকাৰ কৰিব পাৰে।

চতুৰ্থ প্ৰকাৰৰ বোঙাৰ প্ৰতি সন্দেহৰ থল হ'ল নিজৰ পূৰ্ব পুৰুষ বা হুপ্ৰামকু। সিইতক বোঙাৰ ভিতৰতে বিভাজন কৰা হয়। ইয়াত এটা প্ৰাৰ্থক্য স্পষ্টভাৱে দেখা পোৱা যায় যে বোঙা সকললৈ দিয়া প্ৰাণীবোৰৰ মূৰটো কাটি পেলোৱা হয় কিন্তু হুপ্ৰামকুলৈ বলি দিয়া প্ৰাণীটোৰ গলত কুঠাৰেৰে প্ৰচণ্ড আঘাত কৰা হয়। মৃত পূৰ্ব পুৰুষ সকলক কাচিৎহে আহ্বান কৰা হয়, সম্ভৱত ওজাজনে যেতিয়া সন্দেহ কৰে যে কিছু পূৰ্বতে মৃত হোৱা ঘৰৰ মুৰব্বীজনৰ নিজৰ ঘৰৰে প্ৰতি কিবা এটা অসন্তুষ্টি থাকি গ'ল। তেনেকুৱা সন্দেহৰ পৰা নিৰাময় পাবলৈ সাওঁতালসকলে হুপ্ৰামকুৰ প্ৰসংগটো নিজৰ বিবেচনাত আনে।

সাওঁতালসকলৰ সামূহিক ধাৰণা, জীৱন আৰু মৃত্যুৰ প্ৰতি বিশ্বাস, ঈশ্বৰ আৰু আত্মাৰ প্ৰতি আস্থা আদিক প্ৰাকৃতিক আভাসে সম্পূৰ্ণকৈ আৱৰি ৰাখে। বিপৰীতে, সিদ্ধান্ততঃ তেওঁলোকে বিশ্বাস কৰে যে সৰ্ব্বশক্তিমান ঈশ্বৰে যিধৰণে মানুহক পৃথিৱীলৈ তেওঁৰ আৱশ্যকীয়তাখিনি দি লৈ আহিলে, ঠিক তেনেকৈ ইয়াৰ পৰা লৈও যায়। ভগৱান ঠাকুৰ অথবা তেওঁৱেই সকলোৰে প্ৰতি সমানে দয়া মৰম ৰাখে বুলি তেওঁলোকৰ গুৰুসকলৰ উক্তি আছে। জন্মৰ সময়তে ঈশ্বৰে তেওঁৰ জীৱনটোৰ বিষয়ে নিৰূপণ কৰে। মানুহৰ আত্মা অমৰ কিন্তু মানুহ মৰণশীল। সাওঁতাল সকল ইমানতেই সন্তুষ্ট থাকে যে সৰ্ব্বশক্তিমান ঈশ্বৰৰ প্ৰভাৱত বোঙ্গা সকলৰ বৈশিষ্ট্য অনুসাৰে সৃষ্টিকৰ্ত্তাৰ অনুগ্ৰহতেই ঔষধপাতিৰ দ্বাৰা বেমাৰী আৰোগ্য হয়।

সাওঁতালসকলে বিশ্বাস কৰে যে মানুহৰ শৰীৰটো এখন কল গাড়ীৰ নিচিনা অৰ্থাৎ ইঞ্জিন লগোৱা এখন বাহনৰ দৰে। এই বাহনখন ইঞ্জিনৰ চালিকা শক্তিৰ দ্বাৰা আগবাঢ়ি ৰায়। সেই যন্ত্ৰটো বিভিন্ন শিৰা, মাংসপেশী, স্নায়ু, হাওঁফাওঁ বোৰৰ দ্বাৰাই সঞ্চালিত হয়। মানুহৰ খাদ্যবস্তু হ'ল ইঞ্জিনৰ কয়লাৰ নিচিনা। সেয়ে, ৰেতিয়া ইঞ্জিনত কয়লা নাথাকে অথবা পেটত খাদ্যবস্তু নাথাকে ই আৰু কাম কৰিব নোৱাৰে। এই প্ৰসংগত এইটো ক'ব পৰা যায় যে বিষয়টো অকল সাওঁতালসকলৰ লগতে সীমাবদ্ধ কেতিয়াও নহয় বৰং সমগ্ৰ বিশ্বৰ মানৱ জাতিৰ ক্ষেত্ৰতেই একেদৰেই প্ৰযোজ্য। বেমাৰবোৰ তেতিয়াই সৃষ্টি হয় যেতিয়া শৰীৰত খাদ্যবস্তুৰ তাৰতম্য ঘটে। বেমাৰৰ ওপৰত তেওঁলোকৰ তেজো অতিকৈ মহত্বপূৰ্ণ যিবিলাকে বেমাৰৰ বীজাণু, ক্ৰিমি আদিৰ সৃষ্টি কৰায়। পেটত বা যকৃতত বেমাৰ হ'লে দাঁতৰ বিষ, কুষ্ঠৰোগ, মহামাৰী, যক্ষ্মা আদি ৰোগৰ সৃষ্টি হয় যাৰ ফলত যন্ত্ৰটো কাম কৰিব নোৱাৰা হৈ যায়।

## উপসংহাৰ

সাওঁতাল সকলৰ বিশ্বাস মতে অন্যান্য কাৰণবোৰ থকা সত্বেও বিশেষকৈ ডাইনীবোৰৰ বেয়া চকুৰ বাবে আৰু বোঙ্গাসকল অসন্তুষ্ট হোৱা বাবে বেমাৰবোৰ দেখা দিয়ে। কিন্তু সিঁহতে সৃষ্টি কৰ্ত্তাৰ শক্তিৰ সীমাতকৈ আগত যাব নোৱাৰে। আনহাতে, বৈদ্য অথবা ওজাজনৰো কিছুমান দাতব্য শক্তি থাকে যিবিলাক শক্তি আন সাওঁতাল সকলৰ তুলনাতকৈ অসাধাৰণ। তেওঁলোকক কোলেয়ান গুৰুৱে

কোৱা মতে সেইবোৰ নিৰাময়ৰ ছয়টা বিধি আছে।

বিধি ছয়টা হ'ল —

১। দিব্য দৰ্শন বা দৈৱবাণীৰ লগত আলোচনা কৰা গছৰ পাত আৰু তেলৰ সৈতে।

২। চাউল ছটিয়াই বেমাৰৰ উমান লোৱা।

৩। বেমাৰক এটা স্থানতে একত্ৰিত কৰোৱা আৰু কোবাই বা কামুৰি বেয়া শক্তিটোক শৰীৰৰ পৰা বাহিৰ কৰা।

৪। গাত খান্দি অথবা লক্ষণবোৰ অনুমান কৰি বোঙ্গাসকলক আঁতৰলৈ পঠোৱা।

৫। বোঙ্গাসকলক নিজৰ ব্যৱহাৰত খটোৱা, আৰু

৬। ঔষধৰ শৃংখলাবদ্ধ ব্যৱহাৰ।

ইয়াত এইটো উল্লেখ কৰা প্ৰয়োজন হ'ব যে, সাওঁতালী পৰম্পৰাত যিজন ওঝাই ঔষধ পাতি প্ৰয়োগ কৰায়, তেনেকুৱা পৰম্পৰা মতেই হিন্দুসকলৰ ভিতৰত থকা ওঝাসকলেও একে ধৰণেই সেইবোৰ প্ৰয়োগ কৰে। ওঝা সকলৰ গাত ঐশ্বৰিক শক্তি, দৈৱজ্ঞ শক্তি, ইন্দ্ৰজাল বিদ্যা, ডাইনী বিদ্যা, মায়াৱী শক্তি, তান্ত্ৰিক বিদ্যা, লুটিব পৰা শক্তি আৰু যাদুকৰী বিদ্যা আছে।

সাওঁতাল লোক সকলৰ এটা পৰম্পৰাগত বিশ্বাস আছে যে তেওঁলোকৰ মাজত ওঝা হ'ব পাৰিছে এজন মান্যজনৰ পৰা দীক্ষালৈ যিজনক তেওঁলোকে 'কামৰু' বা 'কামৰুগুৰু' বুলি জানে। তেওঁ এজন হিন্দু মানুহ নাইবা তেওঁ এজন কামৰূপৰে মানুহ আছিল বুলি তেওঁলোকৰ বিশ্বাস। তেওঁলোকৰ ওঝাজনক কেতিয়াবা আধুনিক চিকিৎসক নাইবা চাৰ্জনৰ সমকক্ষ বুলিও ধৰা হয়। সৰ্ব্বোপৰি তেওঁলোকে বিশ্বাস কৰে যে সৃষ্টিকৰ্তাই নিৰাময় বা উপকাৰ সাধনো কৰে বেমাৰ আদিৰ যদিহে তেওঁলোকে সঠিককৈ বিচাৰি উলিয়াব পাৰে।

৩। ধৰ্ম

ইতিমধ্যে প্ৰথম তিনিটা দলৰ ভাৰতলৈ আগমন প্ৰাক-ঐতিহাসিক কালতে আছিল বুলি তেওঁলোকৰ ভাষাবোৰৰ ব্যাখ্যানত কৈ আহিছোঁ। তেওঁলোক সকলোৱেই কোল ভাষাকে প্ৰয়োগ কৰিছিল আৰু সেয়া প্ৰায় পাঁচ লাখ বছৰৰ আগৰ কথা আছিল। এই কোল মানুহ সকল সাওঁতাল অথবা মুণ্ডাসকল, খেৰৱাড় বা খৰৱাড় হিচাপে

himself + hor=Man, people).

তেওঁলোকে নিজকে সূৰ্য্য দেৱতাৰ পৰা বংশ বৃদ্ধি হৈ অহা বুলি দাবী কৰে। আমি ৰামায়ণ আৰু মহাভাৰতৰ নিচিনা গ্ৰন্থৰ পৰা জানিব পাৰিছোঁ যে ৰজা ৰামচন্দ্ৰ সূৰ্য্যবংশৰ আছিল আৰু বিংশতিতম্ ৰজা হিচাপে আযোধ্যাত ৰাজত্ব কৰিছিল। তেওঁৰ সম্পূৰ্ণ পূৰ্ব পুৰুষসকলৰ বিষয়ে সেইবোৰ গ্ৰন্থত উল্লেখ আছে। ৰজা ৰামচন্দ্ৰ আজিও ঈশ্বৰৰ অৱতাৰ হিচাপে পূজিত সকলো কোল সমুদায় লোক সকলৰ পৰা যিজনক তেওঁলোকে 'ৰাম বোঙ্গা' অথবা ভগৱান বুলি জানে। সচাঁকৈয়ে ৰামচন্দ্ৰ সূৰ্য্যবংশী ৰজা আছিল বুলি আমি জানো আৰু এইবোৰ প্ৰাপ্ত তথ্যৰ পৰা ধৰি ল'ব পাৰোঁ যে সম্ভৱত তেওঁ কোল সমুদায়ৰে ৰজা আছিল।

ওপৰত উল্লেখিত কথা খিনিৰ সত্যতা প্ৰমাণ কৰিবলৈ আমি ইতিমধ্যে দ্বিতীয় অধ্যায়ত ব্যাখ্যা কৰিছোঁ অষ্ট্ৰো-এচিয়াটিক ভাষাবোৰৰ সহায়ত। এই কথাই আমাক এটা কথা স্পষ্ট কৰি দিয়ে যে পৃথিবীৰ সকলো ভাষা অষ্ট্ৰিক ভাষী মানুহৰ ভাষা কোল ভাষাৰ পৰা বিকশিত ভাষাৰ নমুনা।

নৃ-তত্ত্ববিদ সকল অথবা ইতিহাসবিদ সকলেও কোল ভাষাটোকেই পৃথিবীৰ আটাইতকৈ পুৰণি ভাষা হিচাপে মান্যতা দিছে। উক্ত কথাখিনি আৰু স্পষ্ট হৈছে বৰ্দ্ধমান জিলাৰ পুৰাতত্ব বা প্ৰত্নতত্ব বিভাগৰ নিদেৰ্শক দেৱৰ 'পাণ্ড ৰাজাৰ ধীবী' নামৰ কিতাপ খনিৰ পৰা। আৱিস্কৃত আৰু এতিয়ালৈকে প্ৰাপ্ত তথ্যবোৰক কলিকতাৰ পৰা ১৯৬৩চনত প্ৰকাশিত উক্ত কিতাপখনে এইবোৰ প্ৰমাণিত তথ্য সমূহ প্ৰাগ্-ঐতিহাসিক যুগৰ আছিল বুলি কৈছে। ভাষাবিদ সকলেও কৈছে যে কোল সমূদায়ৰ লোক সকল প্ৰাগ্-ঐতিহাসিক যুগতে ভাৰতৰ বিভিন্ন ঠাইত সিচঁৰতি হৈছিল। তেওঁলোকৰ সকলোবোৰ আধাৰ আৰু পৃষ্ঠভূমিয়ে প্ৰমাণ কৰে যে তেওঁলোক বৰ্ত্তমান ভাৰতবৰ্ষৰ হিন্দু সকলৰ বাহিৰে আন কোনো নহয় যি সকলক আৰ্য্যসকলে এটি দীঘলীয়া পৰম্পৰাত প্ৰভাৱিত আৰু পৰিবৰ্ত্তিত কৰাইছে তেওঁলোকৰ জীৱন প্ৰণালী অনুসাৰে।

**সাওঁতালী : বিশ্বৰ ভাষাবোৰৰ পৃষ্ঠভূমি**

সাওঁতালী ভাষাৰ অভিব্যক্তিয়েই তেওঁলোকক এই পৃথিবীত পৰিচিত কৰাইছে।

জীৱনৰ উদ্দেশ্য আৰু প্ৰকৃতিৰ আশ্ৰয়েই তেওঁলোকৰ লোকধৰ্ম, য'ত জীৱনেই দৰ্শন। সাওঁতাল সকলৰ ধৰ্ম বিশ্বাস আন হিন্দু, খৃষ্টান বা ইছলাম ধৰ্মতকৈ কিছু বেলেগ ধৰণেৰে বৈশিষ্ট্যপূৰ্ণ। তেওঁলোকৰ সাংসাৰিক দৃষ্টি নিক্ষেপে এইটো স্পষ্ট কৰে যে তেওঁলোকৰ খেতিপথাৰ, ঘৰ, মতা মানুহ আৰু তিৰোতা মানুহ লগ লাগি এখন গাওঁৰ সৃষ্টি কৰে যাক তেওঁলোকে এই গোটেই বিশ্বৰ এটা বিশেষ খণ্ড বুলি অভিহিত কৰে। আকাশত ক'ৰবাত স্থিতি লোৱা সৃষ্টি কৰ্ত্তা বা ঠাকুৰ জীউয়ে প্ৰত্যেকটো সাওঁতালকে একোটা জীৱন দিয়ে। তেওঁলোকৰ শান্ত আৰু ব্যৱস্থিত জীৱনত কেতিয়াবাহে হস্তক্ষেপ কৰে। শিৱ কাণ্ডো অথবা সূৰ্য্যদেৱতাৰ মহানতা বা বৈভৱৰ লগত সি কেতিয়াবাহে পৰিচিত হয়। তেওঁৰেই তাপ, শীত, বৰষুণ আদি দিন-ৰাতিৰ পৰিণাম স্বৰূপে সংঘটিত কৰোৱায়। মানৱ জীৱনৰ অন্য প্ৰসঙ্গত তেওঁ বিশেষ প্ৰাসঙ্গিক নহয়। জীৱনত এবাৰহে মাত্ৰ পূজা অৰ্চনা কৰিলেও মানুহৰ স্বাস্থ্য আৰু সুখৰ বাবে ঈশ্বৰ সদায় নিচেই আকাশৰ তলত, প্ৰকৃতিৰ মাজত আৰু সূৰ্য্যদেৱতাৰ নিৰন্তৰতাত। ইয়াতেই বোঙ্গা আৰু আত্মাবোৰ বিচৰণ কৰি থাকে আৰু সাওঁতালসকলে সেইবোৰৰ লগত নিয়মীয়াকৈ সম্পৰ্ক বজাই ৰাখিলে সুখেৰে জীৱন-যাপন কৰিব পাৰে। বোঙ্গা আৰু সেই আত্মাবোৰৰ বিষয়ে আমি আগতে বৰ্ণনা কৰি থৈছোঁ।

গাঁৱলীয়া গলি বা বাটৰ বাহিৰে কিছু আঁতৰত হ'লেও সৰু এখন জঙ্গল তেওঁলোকে সুৰক্ষা কৰি ৰাখে জাহেৰৰ স্থান অথবা পবিত্ৰ জোপোহা হিচাপে। এই পৰিধিৰ ভিতৰতে একোটা লাইনতে তিনিডাল শালগছ মহান মাৰাং বুৰুৰ নামত উচৰ্গা কৰা হয়। মোৰেকো তুৰুইকো, জাহেৰ এৰা, গোসাই এৰা, পৰগণা বোঙ্গা, মাঝি হাড়াম ইত্যাদি সকলো- এটা কথাত ক'বলৈ গ'লে একপক্ষীয় ভাৱে অথবা নিজৰ অধিকাৰ হিচাপে সাওঁতাল সকলৰেই সৃষ্টি। এইবোৰৰ সম্পূৰ্ণ প্ৰসঙ্গ অকল তেওঁলোকৰ লগতেই সীমিত। বোঙ্গাৰ প্ৰসঙ্গটোহে মাত্ৰ হিন্দু, মুছলমান, খৃষ্টান অথবা বৌদ্ধ সকলৰ মাজত প্ৰযোজ্য নহয়। কিন্তু এইবোৰ ব্যাখ্যানৰ সামৰণিত ক'ব লাগিব যে তেওঁলোকৰ সৃষ্টিকৰ্ত্তা হিচাপে সূৰ্য্যৰ প্ৰসঙ্গটো আন কোনো ধৰ্মৰ পৰাই অৱজ্ঞা কৰিব নোৱাৰি। প্ৰকৃততে পৰম্পৰাগত বিশ্বাসতে হওক অথবা বৈজ্ঞানিক সিদ্ধান্ততেই হওক মানুহে সূৰ্য্যৰ প্ৰতি থকা ভাৱনা আৰু ধাৰণাৰ পৰা অতিক্ৰম কৰি যাব পৰা

নাই। সেয়ে, এজন সাওঁতালৰ জন্ম প্ৰকৃতিৰ কোলাতেই, প্ৰকৃতিৰেই সৃষ্ট, ডাঙৰ দীঘল অথবা তেওঁৰ শ্ৰীবৃদ্ধি আৰু জীৱনৰ শেষ- প্ৰকৃতিতেই। ই সকলোৰে বাবেই উদাহৰণ আৰু ধ্ৰুৱ সত্য।

**৪। হিন্দু ধৰ্মৰ প্ৰভাব ঃ**

আজিলৈকে প্ৰায়ভাগ সাওঁতাল লোক অশিক্ষিত অৱস্থাতেই আছে। তেওঁলোকৰ আচৰণ, ব্যৱহাৰ আৰু সংকোচৰ প্ৰকৃতিয়ে প্ৰদৰ্শন কৰে যে তেওঁলোক নিজৰ ৰীতি-নীতি আৰু ধৰ্মীয় সংস্কাৰৰ পৰা ওলাই আহিব পৰা নাই। তেওঁলোকৰ সহজতা আৰু সৰলতা আৰু বসবাসৰ সমস্থিতিয়ে হিন্দু বা আৰ্য্য সংস্কৃতিলৈ অহাত যথেষ্ট অৰিহণা যোগাইছে। নিঃসন্দেহে, হিন্দু ধৰ্মও যথেষ্ট মাত্ৰাত প্ৰকৃতিৰ ওপৰতেই আধাৰিত। সূৰ্য্যদেৱতা, চন্দ্ৰ দেৱতা, বসুমতী, জলদেৱতা, বট-আহঁত- তুলসী জোপা ইত্যাদি সমভাৱেই পূজিত। ইয়াৰোপৰি ভাৰতবৰ্ষখন মিশ্ৰিত সংস্কৃতিৰ দেশ, য'ত প্ৰত্যেকটো সম্প্ৰদায়েই কম-বেছি পৰিমাণে ধৰ্ম, ভাষা, সাহিত্য, অভ্যাস, আচৰণ আদিত পাৰস্পৰিক ভাৱে প্ৰভাৱিত। আমি এতিয়া নিশ্চিত যে, চন্ ১৮৫৭চনৰ পিছৰ পৰা মিচনাৰীসকলৰ ইণ্ডিয়ান হোম মিচনৰ জৰিয়তে যিসকল লোক খৃষ্ট ধৰ্মলৈ পৰিবৰ্ত্তিত হ'ল, তেওঁলোকক এৰি বাকী সকলো সাওঁতাল লোকেই ভাৰতৰ হিন্দু ধৰ্মীয় লোক।

**৫। খৃষ্টান ধৰ্ম ঃ**

ভাৰতবৰ্ষখন অতীতৰে পৰা আ-প্ৰবাসী বা আগন্তুক, অনধিকাৰ প্ৰৱেশকাৰী অথবা বিদেশী সকলৰ ৰম্যভূমি হৈ আহিছে। পৰ্তুগীজ, ডাছ, হুন, মোগল, পাঠান অথবা ইংৰাজসকল এই শ্ৰেণীৰ ভিতৰৰ লোক। উল্লেখিত বিদেশী লোক সকলৰ ভিতৰত ইংৰাজসকলে ব্যৱসায়-বাণিজ্যৰ পৰা আৰম্ভ কৰি অৰ্থনীতি, ৰাজনীতি, শিক্ষা আৰু সাহিত্যতে ভাৰতবৰ্ষত অনন্য ভূমিকাৰে কাম কৰি গ'ল। তেওঁলোকে ষোল্লশ শতাব্দীৰ পৰা ইষ্ট-ইণ্ডিয়া কোম্পানীৰ জৰিয়তে ভাৰতবৰ্ষৰ সৈতে সম্বন্ধ স্থাপন কৰিলে। কোম্পানীৰ জৰিয়তে তেওঁলোকৰ ব্যৱসায় বাণিজ্যৰ ভেটি স্থাপন কৰিলে ক্ৰমে কলিকতা, মাদ্ৰাজ আৰু বোম্বেত। এই ধৰণে ব্যৱসায়ৰ জৰিয়তে তেওঁলোকে প্ৰতিষ্ঠা লাভ কৰিলে আৰু নিৰ্দিষ্ট এটা সময়ৰ পৰা খৃষ্টান মিচনাৰীবোৰৰ মাধ্যমেদি

সহজ-সৰল, অশিক্ষিত আৰু অতিকৈ পিচপৰা লোক সকলক সুবিধাৰ চলেৰে খৃষ্টান ধৰ্মলৈ পৰিবৰ্ত্তন কৰালে। এনে ধৰণৰ পদক্ষেপে তেওঁলোকক মধ্যভাৰতত, দাক্ষিণাত্যত আৰু উত্তৰ পূৰ-ভাৰতৰ অতিকৈ পিচপৰা ৰাজ্যবোৰত নিজৰ ধৰ্ম ভিত্তিক অভিযান মজবুত কৰালে। সময়ত তেওঁলোক গুচি গ'ল; কিন্তু সেইবোৰ ৰাজ্য বা কিছুমান ভাষীক লোকে তাৰ পৰিণাম আজিও দ'কৈ অনুভৱ কৰিছে আৰু নিজেই ভুগি আছে।

ইংলেণ্ডৰ ব্যাপ্তিষ্ট মিচনাৰী চোচাইটিয়ে লুথৰেন মিচনৰ জৰিয়তে সাওঁতাল 'মিচন অৱ দ নৰ্দাৰ্ন চাৰ্চেস'ৰ উদ্যোগত সাওঁতাল মানুহ সকলৰ ওপৰত লোৱা ধাৰ্মিক ভূমিকা এটা ডাঙৰ ইতিহাস। তিনি জন মানুহে বিশেষকৈ এই অভিযানৰ পদক্ষেপ বা দায়িত্ব হৈছিল। তেওঁলোক আছিল ক্ৰমে — (১) ব্ৰিটিছ মিচনাৰী ই.চি. জনচন, ডেনিচ মিচনাৰী এচ.পি. বোয়াৰচন আৰু নৰৱেজিয়ান মিচনাৰী এল.ও. স্ক্ৰাফোৰ্ড। ই ১৮৯০চনলৈকে এই মিচনাৰীবোৰক ইণ্ডিয়ান হোম মিচন যাক 'সন্তাল্‌চ' বুলি কোৱা হৈছিল। প্ৰথম দহটা বছৰৰ কামবোৰ যদি নিৰীক্ষণ কৰা হয় তেতিয়াহ'লে সেইবোৰ কামত ইংলেণ্ড আৰু স্কটলেণ্ড, স্কাণ্ডিনেভিয়া আৰু আমেৰিকাৰ চেৰিটেবল চছাইটিয়ে সহায় কৰা দেখা যায়। চুইডেনৰ কইনলিগ মিচন আৰ্বিট্ৰেয়াৰে চুয়ডিচ মিচন আৰু নৰৱেজিয়ান মিচনে পশ্চিমবঙ্গৰ কোচবিহাৰত ১৮৫৭চনত 'সন্থাল' মিচন অৱ দ নৰ্দাৰ্ন চাৰ্চেস পাতিবলৈ সহায় কৰিছিল। প্ৰথম দহটা বছৰ খুবেই গুৰুত্বপূৰ্ণ হিচাপে দেখা যায় --- কাৰণ এই সময়মতে বিহাৰৰ বিভিন্ন ঠাইত সাওঁতাল সকলৰ মাজত খৃষ্ট ধৰ্মৰ ব্যাপক প্ৰচাৰ হয়। ৰেভ ৰেণ্ড এ. লেচলিয়ে নিজেই বিহাৰৰ ৰাজমহল পাহাৰৰ ওচৰত থাকি সাওঁতাল সকলৰ গাঁওবোৰ ভ্ৰমণ কৰিলে; তেওঁলোকৰ ভাষা, ৰীতি-নীতি, ধাৰ্মিক সংস্কাৰ, আচৰণ আৰু ব্যৱহাৰ আদি জানিবলৈ নিজকে সহজ-সৰল ভাৱে মিচনৰ যোগেদি ব্যৱস্থা কৰালে।

ইংৰাজ মিচনাৰী মি. ই. চি. জনচনে বঙ্গদেশৰ ৰামপুৰ হাটৰ ওচৰত আওগৰীয়া পাহাৰত ১৮৬৭চনৰ ২৬ডিচেম্বৰ তাৰিখে প্ৰথম আধাৰশিলা স্থাপন কৰিলে। তাত আৰু তিনিখন গাঁও যেনে — চিত্ৰগৰীয়া, বেনাগৰীয়া আৰু কুয়ামুল একেলগে জড়িত আছিল য'ত উল্লেখিত মিচনাৰীজনে মিচনৰ আধাৰশিলা স্থাপন কৰি অনুসৰণকাৰী

সকললৈ সমৰ্পণ কৰিলে।

স্তম্ভৰ ওপৰত খোদিত কৰা গানৰ দুষাৰি ঃ

"আমি আহিলোঁ ইয়ালৈ সজালোঁ আৰু অলংকৃত কৰিলোঁ,

আমি তোমাৰ ওচৰলৈ আহিলোঁ, মনে মনে খোলা, খোলা মনৰ দুৱাৰ।"

পিচলৈ তেওঁলোকে সেই ঠাইখনক মিচনাৰী কাৰ্য্যকলাপৰ কেন্দ্ৰ হিচাপে ব্যৱহাৰ কৰিলে। ইং ১৮৭৪চনলৈকে ধাৰ্মিক প্ৰৱচন আৰু গীৰ্জা ঘৰৰ জৰিয়তে ধৰ্ম পৰিবৰ্ত্তনৰ কাম কিছু স্থিৰ গতিত চলিছিল। প্ৰত্যেক ৰবিবাৰে সাওঁতালী আৰু বঙালী ভাষাৰ মাধ্যমত গীৰ্জা ঘৰত প্ৰাৰ্থনা সভা বহিছিল। আৰম্ভণিতে গীৰ্জাৰ ভৱনটো বনাবলৈ অহা শ্ৰমিক আৰু কৰ্মী সকল কিছুমান ছাত্ৰ আৰু শিক্ষক মাত্ৰ প্ৰাৰ্থনা গোৱা বা শ্ৰোতা হিচাপে আছিল। ইং ১৮৬৯চনৰ ২৮মাৰ্চ তাৰিখে চাৰিজন ছাত্ৰকহে ছাত্ৰাবাসৰ পৰা আনি ধৰ্মান্তকৰণ কৰোৱা হৈছিল। নিঃসন্দেহে কিছুমান লোকে সেইবোৰ দৃশ্য দেখিছিল আৰু কিছুমানে ইয়াৰ বিৰোধিতাও কৰিছিল। ছুলুংগা নামেৰে গাওঁত কিছুমান ধনী আৰু বিশিষ্ট লোকে নিজৰ ধৰ্মান্তকৰণ কৰাত গাওঁৰ লোক সকলে ইয়াৰ তীব্ৰ বিৰোধিতাও কৰিছিল। বেনাগৰীয়াৰ মাত্ৰু পৰগাণা আৰু তেওঁৰ ভায়েক নাৰায়ণে নিজৰ গোত্ৰীয় মাঝি লোক সকলক একত্ৰিত কৰাই সংগঠিত ভাবে তীব্ৰ বিৰোধিতা কৰিলে। মাঝি গোত্ৰীয় গাঁওবাসী সকলক মাতি তেওঁলোক দুয়োজনে চেপ্তেম্বৰ মাহত ৰাজহুৱা সভা পাতি প্ৰস্তাব ল'লে যে তেওঁলোকে খৃষ্টান মিচনাৰী সকলক গাঁওৰ পৰা বাহিৰ কৰি ধৰ্ম অনুসৰণকাৰী সকলক জাতিচ্যুত কৰাব। দুৰ্ভাগ্যক্ৰমে, স্থানীয় হাকীমৰ পৰামৰ্শ মতে মাত্ৰু পৰগাণাক গ্ৰেপ্তাৰ কৰা হ'ল আৰু আঠ মাহলৈকে তেওঁক কাৰাগাৰত থোৱা হ'ল। ইয়াৰ পিছত তেওঁক মুক্তি দিয়া হ'ল; কিন্তু তেওঁৰ স্বাস্থ্য ভাগি পৰিল। কাৰাগাৰতে বেমাৰত পৰাৰ কাৰণে তেওঁক বৈদ্যসকলৰ পৰা ঔষধ পাতি খুওৱা হ'ল কিন্তু কামত নাহিল। অৱশেষত তেওঁক বেনাগৰীয়ালৈ লৈ যোৱা হ'ল আৰু তেওঁক মিষ্টাৰ স্ক্ৰাফ্‌চ ফোৰ্ডে সহায়ৰ বাবে প্ৰাৰ্থনা কৰিলে। মাত্ৰু পৰগাণা ভাল হৈ আহিল আৰু তেওঁৰ বিদ্ৰোহৰ ভাৱনা খিনিও নাইকীয়া হ'ল। ১৮৭৩চনৰ ১৯জানুৱাৰী তাৰিখে তেওঁ খৃষ্টান ধৰ্মত দীক্ষিত হ'ল। তেওঁৰ ভায়েকো কিছু দিনৰ পিচত দীক্ষিত হ'ল। এই প্ৰক্ৰিয়া একেৰাহে বহুদিনলৈকে চলিয়েই থাকিল।

বিহাৰ, পশ্চিমবঙ্গ, কোচবিহাৰৰ ওচৰ-চুবুৰীয়া ঠাইত, চাহ বাগানবোৰত আৰু উত্তৰ-পূৱ ভাৰতৰ বিভিন্ন ঠাইত ধৰ্ম পৰিৱৰ্ত্তনৰ কাম নিৰ্বিঘ্নে চলিয়েই থাকিল।

মিচনাৰী গতিবিধিৰ আগত সাওঁতালসকলৰ বিষয়ে এটি টোকা চমুকৈ প্ৰস্তুত কৰিব পৰা যায় যে তেওঁলোকৰ লিখিত ইতিহাসখনত ডুমকা জিলাৰ সাওঁতাল পৰগণাত চন্ ১৭৯০আৰু ১৮১০ৰ ভিতৰত বসবাস কৰিছিল বুলি উল্লেখ আছে। ১৮৫১চনৰ পিছত আৰু এটা উল্লেখ তেওঁলোকৰ বিষয়ে পোৱা যায় যে তেওঁলোকে তাত মুঠ ১৪৭৫খন গাঁও পাতিছিল আৰু ইয়াৰ জনসংখ্যা আছিল ৮২,৭৯৫জন। কিন্তু তেওঁলোকক তাত বসতি কৰা আৰু ওচৰ-চুবুৰীয়া সকলে বিশেষ ভাল ব্যৱহাৰ কৰা নাছিল যিসকলক তেওঁলোকে 'ডিকু' বুলি মাতিছিল বা তেনেকুৱা আখ্যা দিছিল। দৰাচলতে-১৮৫৫চনৰ কৃষক বিদ্ৰোহে সাওঁতাল সকলক খুবেই একত্ৰিত কৰিলে। তেওঁলোকে খেৰোৱাড় জাতি হিচাপে খৃষ্টান মিচনাৰী সকলৰ বিৰুদ্ধে আন্দোলন কৰিছিল। সিদ্ধু, কানু, চন্দু আৰু ভৈৰোঁ- এই চাৰিজনক আন্দোলনৰ গুৰি ধৰোঁতা হিচাপে লৈ হত্যা কৰা হৈছিল আন প্ৰায় দহ হাজাৰ নিৰীহ লোকৰ আগত। তেওঁলোক তেতিয়া খেৰো শাসনকৰ্ত্তাৰ অধীনত চম্পা ৰাজ্যত বসবাস কৰিছিল, যিটো আজি বিহাৰৰ চম্পাৰণ জিলা হিচাপে জনা যায়। ইং ১৮৭৪, ১৮৭৫ আৰু ১৮৮১ৰ বিদ্ৰোহ বিলাক খেৰোৱাড় সকলৰ নিজৰ ৰাজ্য প্ৰতিষ্ঠাৰ উদ্দেশ্যতে আছিল। ভাৰত চৰকাৰে সেই আন্দোলনবোৰ সম্পূৰ্ণকৈ দমন কৰিলে। খেৰোৱাড় সকলে 'ছফা হোড়ে' নামৰ এটি ধৰ্ম প্ৰতিষ্ঠা কৰিবলৈও চেষ্টা কৰিছিল য'ত হিন্দু ধৰ্মৰ প্ৰভাৱ আৰু দৰ্শনিক ভাব যথাৰ্থ ভাৱে দেখা যায়।

ৰাজমহল পাহাৰৰ ওচৰত খৃষ্টান মিচনাৰীৰ কাৰ্য্যালয় ও গীৰ্জাঘৰ পতাৰ লগে লগে আমেৰিকা আৰু ইংলেণ্ডৰ ব্যাপ্তিষ্ট মিচনাৰী সকলে বিশেষকৈ পূৰ্বাঞ্চলত বহুতো মিচনাৰী বিদ্যালয় আৰু লগে লগে গীৰ্জাও প্ৰতিষ্ঠা কৰিলে। ইয়াৰ লগে লগে শিক্ষক সকলৰ কাৰণে প্ৰশিক্ষণবো ব্যৱস্থা কৰিলে। ক্ৰমে ক্ৰমে মিচনাৰী চ'ছাইটি আৰু ইণ্ডিয়ান হোম মিচনৰ জৰিয়তে তেওঁলোকে সাওঁতাল সকলক প্ৰভাৱিত কৰালে আৰু তেওঁলোকেও একান্ত বাধ্য হিচাপে ধাৰ্মিক আধিপত্য গ্ৰহণ কৰিলে।

**দহটা ধৰ্মাদেশ ঃ**

মিচনাৰী সকলে স্ক্ৰাফচ্ ফোৰ্ডৰ নেতৃত্বত ইং ১৮৭২চনত 'দহটা ধৰ্মাদেশ' নামেৰে এখন ধৰ্মীয় গ্ৰন্থ প্ৰকাশ কৰি উলিয়ালে। তেতিয়াৰ কিছু পৰিমানে শিক্ষিত সাওঁতালৰ হাতত তুলি দিয়া এইখনেই একমাত্ৰ কিতাপ আছিল। কিছু দিনৰ পিছত ইয়াক আকৌ এটা ডাঙৰ আকাৰত উলিওৱা হ'ল। তেতিয়ালৈকে তেওঁলোকৰ কাৰ্য্যাৱলীৰ ছয়টা বছৰেকীয়া প্ৰগতি প্ৰতিবেদন উলিওৱা হৈ গৈছিল। ৰেভাৰেণ্ড বিলিয়ম কাৰেই বঙালী ভাষাত বাইবেল উলিয়াই বিভিন্ন ঠাইত প্ৰচাৰ কৰিছিল। অৱশ্যে তেতিয়ালৈকে তেওঁলোকৰ ধৰ্মপ্ৰচাৰৰ অভিযানটো কিছুমান সৰু আৰু নিৰ্বাচিত ঠাইত হে সীমিত আছিল।

অসমত ইতিমধ্যে চাহ খেতিৰ প্ৰচলন আৰম্ভ কৰা হৈছিল আৰু অৱস্থা উন্নত কৰিবৰ বাবে বাহিৰৰ পৰা শ্ৰমিকো অনা হৈছিল। বিহাৰত হোৱা খেৰোৱাড় বা সাওঁতাল বিদ্ৰোহৰ প্ৰক্ৰিয়া অসমৰ কিছুমান চাহবাগানবোৰত হৈছিল যদিও পিছপৰা অঞ্চলত থকা লোক সকলে ইয়াৰ প্ৰতিবাদ কৰিব নোৱাৰিছিল। ইং ১৮৮০চনৰ ইষ্ট-ইণ্ডিয়া কোম্পানীৰ নেতৃত্বত খৃষ্টান সাওঁতাল কলনি প্ৰতিষ্ঠা কৰা হ'ল। ইয়াৰ কাম আগবঢ়াবলৈ বিহাৰৰ দীনাজপুৰ আৰু বঙ্গদেশৰ মালদহাত ১৯০০চনত খৃষ্টান মিচনাৰী প্ৰতিষ্ঠা কৰা হ'ল। সাওঁতাল এলেকাত যীশুৰ আজ্ঞা বা আদেশ নামৰ ডাঃ গ্ৰাহামে লিখা ১৮৭৫চনত লণ্ডনত প্ৰকাশিত কিতাপখন বঙালীভাষালৈ অনুবাদ কৰি পাঠকসকলৰ সুবিধাৰ্থে প্ৰকাশ কৰি উলিওৱা হ'ল। পিচলৈ ডাঃ গ্ৰাহামৰ পথকে বোয়েৰচন, ডব্লিউ. এল. বাৰ্টচন, ৰবাৰ্ট স্কট আৰু বিলিয়ম ময়ৰে ক্ৰমানুসাৰে অনুসৰণ কৰিলে। এই ধৰণে অকল ডুমকা আৰু পৰগণা নামৰ ঠাইবোৰতেই নহয়, মিচনাৰীসকলে অত্যন্ত কৌশলপূৰ্ণভাৱে পূৰ্বাঞ্চলৰ ৰাজ্যবোৰতো খৃষ্টান ধৰ্মৰ বহুল প্ৰচাৰ চলালে।

নৰ্দাৰ্ন এভেন্‌জেলিকেল লুথৰেণ চাৰ্চে মিচনৰ কামবোৰ সুচাৰুৰূপে আগবঢ়াবলৈ বছৰেকীয়া প্ৰতিবেদন নিয়মীয়াকৈ প্ৰকাশ কৰি উলিয়াইছিল। খৃষ্ট ধৰ্মৰ মধ্যস্থতাকাৰী চেগানেন কিস্কুই তলত উল্লেখ কৰা চমু বিৱৰণ অনুযায়ী ধাৰ্মিক পৰিষদৰ বছৰেকীয়া প্ৰতিবেদন ইং ১৮৮৯চনত প্ৰকাশ কৰিলে।

**বিৱৰণটো এনেধৰণৰ ঃ**

ধৰ্মোপদেশক বা পাদৰী আৰু উপদেশক বা যীশুৰ বাণী বহন কৰোঁতো সকলে মানুহৰ জাকবোৰক তেওঁলোকৰ দক্ষতা অনুসাৰে ভালকৈ চোৱাচিতা কৰি আছে। খৃষ্টান জীৱন আৰু ইয়াৰ শ্ৰীবৃদ্ধি কৰাবলৈ তেওঁলোকে সদায় একান্তভাৱে যত্ন কৰি আছে আৰু তেওঁলোকক সহায় কৰিবলৈ যীশুৰ মহান আৰু অমৰ বাণী তেওঁলোকৰ আগত ঘোষণা কৰিছে। বিভিন্ন ধাৰ্মিক পৰিষদবোৰত তেওঁলোকে নিয়মিত ভাৱে কাম কৰোঁতে অ-খৃষ্টান সকলৰ মাজত খৃষ্টৰ অমৰ বাণী প্ৰবচন কৰাবলৈ প্ৰত্যেকটো সুযোগেই তেওঁলোকে হাতত লৈছে। বছৰেকীয়া প্ৰতিবেদনত উল্লেখ থকা কথাবোৰ-

১। ধাৰ্মিক পৰিষদীয় কামবোৰ

২। চি. বাজেট বা চাৰ্চৰ খৰচৰ যোজনা

৩। অনুষ্ঠান সমূহ

৪। ডাক্তৰ খানা (চিকিৎসালয়)

৫। শব্দ গ্ৰহণ কৰা কৰ্মশালা

৬। ধৰ্মোপদেশ সম্পৰ্কীয় প্ৰশিক্ষণ

৭। গীৰ্জাৰ ধৰ্মপ্ৰচাৰক মণ্ডলীৰ কাম

৮। পূৰ্ব- পাকিস্তান (বাংলাদেশ) ৰ ভ্ৰমণ আদি।

**সামাজিক প্ৰতিষ্ঠা আৰু পৈত্ৰিক সম্পত্তি ঃ**

**সংস্কৃতিৰ অৱক্ষয় - পৰিচয়ৰ বিলুপ্তি ঃ**

এইটো চিৰন্তন সত্য যে যিসকল লোকে নিজৰ অতীত গৌৰৱ, বৰ্ত্তমানৰ উন্নতি আৰু ভৱিষ্যতৰ উদ্দেশ্যৰ বিষয়ে চিন্তা কৰে, তেওঁলোকক সদায় উৎসাহ দি আহিছে- ভাষা, সাহিত্য আৰু সংস্কৃতি— এই তিনিটা অস্তিত্বৰ উপাদানে। আজি এটা ভাষা কোৱা বা বহুভাষা কোৱা লোকে অতি দ'কৈ উপলব্ধি কৰিছে আৰু অপৰিহাৰ্য্য বুলিও কৈছে। তাৰোপৰি সংস্কৃতি আৰু নিবংশ বা জন্মস্বত্ব — এই দুয়োটা জাতি তত্বই নিজকে পৰিচিত কৰোৱাৰ ক্ষেত্ৰত অতি গুৰুত্বপূৰ্ণ ভূমিকা লোৱা দেখা গৈছে। এই প্ৰসঙ্গত সাওঁতাল জাতিটো ভাৰতবৰ্ষৰ অতি পুৰণি আৰু সংস্কৃতি সম্পন্ন জাতি। প্ৰকৃতি প্ৰেম আৰু প্ৰকৃতিৰ প্ৰতি পূজা আৰু শ্ৰদ্ধা এইটোৱেই হ'ল তেওঁলোকৰ

সামাজিক প্ৰতিষ্ঠা আৰু অস্তিত্ব। যেতিয়াই কোনো এজন সাওঁতাল লোকে নিজৰ প্ৰতিষ্ঠা সাব্যস্ত কৰিলে, তেওঁৰ প্ৰাথমিক কাম হ'ব প্ৰকৃতিক ভাল পোৱা আৰু শ্ৰদ্ধা কৰাটো য'ত বিভিন্ন বোঙ্গাই সচৰাচৰ নিজৰ কাম সমাধা কৰি থাকে। নিঃসন্দেহে তেওঁলোকৰ সামাজিক প্ৰতিষ্ঠাও আন চুবুৰীয়াসকলতকৈ বেলেগ নহয়। তেওঁলোকে আন ওচৰ-চুবুৰীয়াসকলৰ লগত নিজকে মিলাই ল'ব পাৰে কিন্তু সেই বুলি তেওঁলোকে নিজৰ ৰীতি-নীতি আৰু সংস্কাৰৰ পৰা আঁতৰি আহিব নোৱাৰে। ভাষা, সাহিত্য, সংস্কৃতি, ক'লা-কৃষ্টিৰ তেওঁলোকে সুৰক্ষা আৰু যত্ন কৰাৰ লগে লগে নতুন সৃষ্টিৰ বাবেও তেওঁলোক যত্নপৰ হ'ব লাগিব। ইয়াতেই তেওঁলোকৰ অস্তিত্ব, প্ৰতিষ্ঠা আৰু জাতীয় মৰ্য্যাদাৰ গৌৰৱ লুকাই আছে। একেই উদাহৰণ সমগ্ৰ আদিবাসী লোকসকলৰ বাবেও প্ৰযোজ্য।

যেনেকৈ অসমীয়া জাতি আৰু সংস্কৃতিৰ গঠন আৰু বিকাশ হ'ল, ঠিক তেনেকৈয়ে সাওঁতাল সকলৰ সংস্কৃতিও সমন্বয় আৰু সহ-অৱস্থানৰ জৰিয়তে গঠিত আৰু বৰ্ত্তমান বিকাশৰ পথত। যেতিয়াই আমি তেওঁলোকৰ পিতৃভূমিলৈ চাওঁ, আমি তেওঁলোক ভাৰতবৰ্ষলৈ পদাৰ্পন কৰাটো দ্ৰাৱিড়সকলৰ আগতেই পাওঁ। সম্ভৱত সাওঁতাল (কোলসকল) আৰু দ্ৰাৱিড়সকলৰ মাজত এটা সময়ত আন্তঃযুদ্ধ হৈছিল। পৰিণামস্বৰূপে উক্ত কোল সমূদায় লোকসকল চাৰিওফালে সিঁচৰতি হ'ল, বহুতেই নিজৰ আপোনক হেৰুৱাই আনৰ দ্বাৰাও প্ৰভাৱিত হ'ল আৰু নিজৰো কিছু হেৰুৱালে। ইতিহাসত উল্লেখ হোৱা যুদ্ধ-বিগ্ৰহ আৰু বিদ্ৰোহ সমূহৰ পৰিণাম স্বৰূপেও তেওঁলোক নিজৰ জাতীয় ঐক্যৰ পৰা সিঁচৰতি হ'ল। এটি অপ্ৰকাশিত আৰু অব্যক্ত অতীত ইতিহাসে তেওঁলোকক অতীতৰ প্ৰতি স্মৰণ কৰাই আছে। এয়া উপলব্ধি হ'লেও বিচাৰিবলৈ নজনাৰ উদাহৰণ যেন লাগে। আধুনিক ভাৰতত ইংৰাজসকলে তেতিয়াৰ ৰজা-মহাৰজা সকলৰ ৰাজ্যবোৰ নিজৰ দখললৈ আনি ভৌতিক পৰাভূত আৰু মানসিক ভাৱে বশীভূত কৰালে। ইয়াৰ লগতে অসমত চাহ উদ্যোগ আৰম্ভ হোৱাৰ লগে লগে বাহিৰৰ পৰা শ্ৰমিক সকলৰো আমদানি হ'ল। আজিও তেওঁলোকৰ বহুতেই নিজৰ মাঁ-দেউতা, আত্মীয় কুটুম্বক মাজে মাজে লগ ধৰিবলৈ, হেৰোৱা বিস্মৃতিক স্মৃতি হিচাপে লৈ ডুমকা, পৰগণা, গোণ্ডা, হাজাৰিবাগ, ৰাঁচি আদি ঠাইলৈ যায় বৰ্ত্তমানৰ

নিজৰ কৰ্মভূমি আৰু নিজৰ সন্তান সকলৰ মাতৃভূমি অসমৰ পৰা। এনেহেন বিভিন্ন কাৰণত তেওঁলোকে নিজকে এটা প্ৰসঙ্গত কিছু পৰিমানে হেৰুৱালে আৰু আনটো প্ৰসঙ্গত নতুন ঠাইত নৱ-সৃষ্টিৰ ইতিহাসৰ পাতনি মেলিলে। তাতেই তেওঁলোকে নিজৰো কিছু পৰিমানে আনকো দিলে আৰু আনৰ পৰাও কিছু আয়ত্ব কৰিলে। এয়া সংস্কৃতি গঠনত অৱক্ষয় আৰু নতনত্ব গঠনত নতুন অৱদান। এয়াই পৃথিৱীৰ চিৰন্তন নীতি হৈ আহিছে মানৱীয় সংস্কৃতি গঠন আৰু অস্তিত্ব প্ৰতিষ্ঠাত। লাগে মাথো নিজৰ মাতৃ আৰু মাতৃভূমিক ভাল পোৱাৰ একেই মৰম, শ্ৰদ্ধা আৰু সেই আপোনজনৰ প্ৰতি ত্যাগ আৰু বলিদানৰ ভাৱনা আৰু আত্মীয়তা।

**সামাজিক প্ৰতিষ্ঠা ঃ বাতাবৰণৰ সুৰক্ষা**

প্ৰত্যেকজন সাওঁতাল মানুহেই নিজৰ ভৱিষ্যত বংশধৰৰ কথা চিন্তা কৰে আৰু নিজৰ সমাজৰ কথা সচেতন ভাৱেই চিন্তা কৰে। তেওঁ নিজকে সমাজৰ দায়বদ্ধতাৰ ভিতৰত থাকি সেই সমাজখনৰ বাবে যিকোনো কাম কৰিবলৈ সাজু থাকে। প্ৰকৃতি, মানুহ, মাটি অথবা কৃষিকৰ্মৰ লগত সমন্বয় ৰখাটো তেওঁলোকৰ কৰ্ত্তব্য। তেওঁলোকে নিজৰ সামাজিক সংস্কাৰ, আয়াম আৰু পৰম্পৰা, ৰীতি-নীতি আৰু প্ৰয়োগবোৰ জন্ম (জনম ছুটেয়াৰ), শৈশৱ কাল (ছাচ ছুটেয়াৰ) আৰু বিবাহ (বাপলা) লৈকে সুচাৰুৰূপে পালন কৰে। বছৰৰ আৰম্ভণিত, মাজত আৰু বছৰৰ শেষত তেওঁলোকৰ উৎসৱবোৰ অতি জাক্‌জমকতাৰে পালন কৰে। এইবোৰ ব্যৱহাৰিকতাই তেওঁলোকৰ জীৱনত শস্যৰ বীজ সিঁচা, গজালি ডাঙৰ-দীঘল হ'লে তাৰ সেৱা-শুশ্ৰূষা কৰা বা যত্ন লোৱা আৰু শস্য চপোৱা — এই তিনিওটা কাম অতি সুন্দৰভাৱে কৰাৰ পৰিচয় দিয়ে। বছৰৰ তিনিওটা সময়েই তেওঁলোকৰ বাবে অত্যন্ত মহত্বপূৰ্ণ হিচাপে দেখা দিয়ে।

# অধ্যায় ঃ পঞ্চম

**গাঁৱলীয়া জীৱন আৰু চাহ বাগিচাৰ জীৱন ঃ**

সাওঁতাল সকলৰ জীৱনটো বৰ্ত্তমানতেই বা অতীততেই হওক, তেওঁলোকৰ শ্ৰমজীৱি জীৱন আৰু তেওঁলোকৰ সামাজিক সম্বন্ধই হ'ল পৰিশ্ৰম। তেওঁলোকৰ পূৰ্বপুৰুষসকলৰ সাংস্কৃতিক জীৱনটো গঠিত হৈছিল আদিম সাম্যবাদী জীৱন প্ৰণালীৰ ওপৰত আৰু তাৰ পিচত মধ্যযুগীয়া পৰম্পৰাৰ ওপৰত। কোনো এটা জাতি বা সমূদায়ৰ সামাজিক মায্যাদা নিৰ্ভৰ কৰে তেওঁলোকৰ সাংস্কৃতিক তত্ব আৰু সেইবোৰৰ প্ৰতিফলনৰ ওপৰত। সেয়ে, সাংস্কৃতিক পৰম্পৰা গঠিত হ'বলৈ হ'লে কোনো এটা জাতিৰ দীঘলীয়া সামাজিক জীৱনৰ প্ৰতিবিম্ব প্ৰতিফলিত হ'ল লাগিব।

চাহ বাগানবোৰৰ শ্ৰমিক সকলৰ বৰ্ত্তমানৰ অৱস্থানৰ পূৰ্বতে তেওঁলোক আছিল সাধাৰণ খেতিয়ক, দিন হাজিৰা কৰা শ্ৰমিক অথবা সামন্তসকলৰ তলত কাম কৰা শ্ৰমিক।ইংৰাজসকলে তেওঁলোকৰ অধীনত কাম কৰাবলৈ চাহবাগানৰ শ্ৰমিক হিচাপে আৰু নিৰ্দ্দিষ্ট সময়ৰ বন্দোবস্তত কাম কৰাবলৈ অসমলৈ লৈ আহে।

**নাৰীৰ সামাজিক প্ৰতিষ্ঠা ঃ**

এইটো সঁচা কথা যে যেতিয়াৰ পৰা দেৱ-দেৱী সকলৰ পূজা মানুহে কৰি আহিছে, তেতিয়াৰ পৰাই নাৰীসকলক মানুহে শ্ৰদ্ধা-ভক্তিৰে সমাজত উচ্চ স্থান দি আহিছে। ভগৱতী দুৰ্গাদেৱীৰ পূজা কৰি অহা প্ৰথাটো অতি পুৰণি আৰু প্ৰত্যেক বছৰে দশহৰাৰ সময়ত দেৱী-দুৰ্গাক পূজা কৰা হয় আৰু এইটো পৰম্পৰা

সাওঁতালসকলৰ মাজত অতি পুৰণি। এইটোয়ে আমাক ভালকৈ উপলব্ধি কৰোৱায় যে সমাজত নাৰীসকলৰ উচ্চ স্থান আদিম সময়ৰ পৰাই আছে। তেওঁলোকক সকলো ক্ষেত্ৰতে পুৰুষৰ সমানেই স্থান দিয়া বা ব্যৱহাৰ কৰা হৈছিল। তেওঁলোকক জীৱনৰ অভিন্ন অঙ্গ অথবা জীৱনৰ আধা অঙ্গ হিচাপে ধৰা হৈছিল। নাৰীসকলক হিন্দু সংস্কৃতিত থকাৰ দৰে কোনো কাম কৰিবলৈ বাধ্য কৰোৱা বা আদেশ অথবা হুকুম মানিবলৈ বাধ্য কৰোৱা নহৈছিল। সাওঁতাল সমাজত নাৰীৰ স্থান সদায় পুৰুষৰ সমান, ব্যৱহাৰ আৰু আচৰণত মুক্ত হিচাপে বিবেচনা কৰা হয়।

অসমীয়া সংস্কৃতি যি ধৰণে এটি মিশ্ৰিত নৱ-সৃষ্টি হিচাপে থকা দেখিবলৈ পোৱা যায়, ঠিক তেনেকৈয়ে সাওঁতাল সংস্কৃতিও তেওঁলোকৰ সমাজ ব্যৱস্থাৰ লগে লগে বহুতো গোত্ৰীয় বিভাজনৰ নিজা নিজা বাপতি সাহোনৰ সংমিশ্ৰণত সৃষ্টি হোৱা আদিম যুগমীয়া সংস্কৃতি। তেওঁলোকৰ বিভিন্ন পৰ্ব, উৎসৱ যেনে — বাহা, টুচু, কৰম, দশায়, সাহৰায় আদিয়ে জীৱনৰ সুখ-দুঃখ আৰু আশা, বিশ্বাস আৰু আস্থা, আয়াম আৰু পৰম্পৰা আদি তেওঁলোকৰ নিজৰ ভিতৰতে আৱদ্ধ যদিও একতা, সমানতা আৰু ভাতৃত্বৰ জৰীডাল প্ৰস্ফুটিত হোৱা দেখা যায়। নাৰী সমাজৰ স্থান এইবোৰ উৎসৱ আদিত পুৰুষতকৈ কোনো গুনেই কম নহয়।

এইখিনি স্পষ্টভাৱে ক'ব পৰা যায় যে ভাৰতবৰ্ষত কৃষিকাৰ্য্য প্ৰথমে অষ্ট্ৰিকসকলেই আৰম্ভ কৰে। ফল-মূল, শাক-পাচলি তথা পাহাৰত জুম বা ঝুম খেতি কৰা পদ্ধতি অষ্ট্ৰিক সকলেই প্ৰথমে আৰম্ভ কৰিছিল। অসমীয়া সমাজত প্ৰচলিত উৎসৱ, বিবাহ, ভোজমেল আদিত অতিথিক আদৰিবলৈ ব্যৱহাৰ কৰা পাণ-তামোলৰ ব্যৱহাৰিক পৰম্পৰাও অষ্ট্ৰিক সমাজৰ পৰাই আহিছে। অসমৰ পাহাৰীয়া আৰু ভৈয়ামৰ সাংস্কৃতিক জীৱন যথেষ্ট মাত্ৰাত অষ্ট্ৰিক সংস্কৃতিৰ দ্বাৰা প্ৰভাৱিত। সাওঁতাল সকলৰ সামাজিক প্ৰতিষ্ঠা আৰু ঐতিহ্য, জীৱন-প্ৰণালী আৰু উৎসৱ সমূহ, প্ৰকৃতি প্ৰেম আৰু পূজা -অৰ্চনা আদি তেওঁলোকৰ সমাজত আদিম অথবা উদ্ভৱ হোৱা সময়ৰ পৰাই আছে যিটো সংস্কৃতিৰ ওপৰত পিচলৈ দ্ৰাবিড়, আৰ্য্য আৰু মঙ্গোল সকলে নিজৰ সংমিশ্ৰণেৰে নতুনকৈ সৃষ্টি কৰিলে। বাগান বা কোম্পানীত কাম কৰিবলৈ লৈ অহা এনে ধৰণৰ শ্ৰমিকসকল সহজতে আৰু কম পাৰিশ্ৰমিকৰ বিনিময়তে পোৱা

গৈছিল। বসবাসৰ পৰিবৰ্ত্তন, পৰিৱেশ আৰু প্ৰতিবেশীসকলৰ লগত মিলিবলগীয়া হয় জীৱন ধাৰণাৰ চিৰন্তন প্ৰয়াসত। সেয়ে, তেওঁলোকৰ গাঁৱলীয়া আৰু বাগানীয়া সংস্কৃতিৰ কিছু পৰিমানে হেৰ-ফেৰ হোৱাটো অতি স্বাভাৱিক।

ইং ১৭৯৩ চনৰ মাটিৰ চিৰস্থায়ী বন্দোবস্তৰ পিচত পুৰণি সামন্ত বা জমিদাৰী প্ৰথা ক্ৰমে লোপ পায় বঙ্গদেশ, বিহাৰ আৰু উৰিষ্যাত। ইয়াৰ পৰিণাম স্বৰূপে নতুন নিয়ম অনুসাৰে কিছুমান সামন্ত ৰজা আৰু জমিদাৰৰ তলত কৃষকবোৰ আৰু দুখীয়া হৈ আহে।

ঠিক সেই ধৰণে ১৮৩৩চনৰ ৰাজপত্ৰ অনুসাৰে কিছুমান সৰু সৰু পাট্টাদাৰ আৰু খাটি খোৱা কৃষকক তেওঁলোকৰ জীৱিকাৰ উপায় পৰিবৰ্ত্তন কৰিবলৈ বাধ্য কৰোৱা হৈছিল। অসমৰ আদিবাসী লোকসকলৰ আৰু বিশেষকৈ গাওঁবাসী সাওঁতাল সকলৰ অৱস্থাও তেনেধৰণেই গঠিত যি সকলৰ পুনৰ সংস্থাপনৰ আৰু শ্ৰম পৰিবৰ্ত্তনৰ চুক্তিত ১৮৫৫চনৰ বিদ্ৰোহৰ পিচত শ্ৰমিক হিচাপে অসমলৈ অনা হৈছিল। এইবোৰ অৱস্থাই তেওঁলোকৰ মাজত গাওঁৰ কৃষিজীৱি আৰু চাহবাগানৰ শ্ৰমিক হিচাপে বিভাজিত হ'বলৈ একপ্ৰকাৰ বাধ্য কৰোৱা যেন দেখা যায়। বিপৰীতে, যি সকলক চুক্তিৰ আধাৰত শ্ৰমিক হিচাপে অনা হৈছিল, তেওঁলোকৰ চুক্তিৰ ম্যাদ উকলি যোৱাৰ পিচত প্ৰাক্তন চাহ শ্ৰমিক হিচাপে পৰিগণিত হ'ল। এটি যুগমীয়া সঙ্গত সংস্কৃতিৰ মানুহ সকলক এই ধৰণে ভুল পন্থাৰে বিভাজিত কৰিলে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে। এই প্ৰসঙ্গত আসাম চাহ এচোচিয়েচনে বা অসম চৰকাৰেও কোনো সংস্কাৰমূলক ব্যৱস্থা ল'ব নোৱাৰিলে আজি পৰ্য্যন্ত। তাৰ উপৰি তেতিয়াৰ চৰকাৰে চাহ বাগানৰ শ্ৰমিক সকলৰ ল'ৰা-ছোৱালীৰ অৱস্থাৰ বিষয়, শিক্ষা আদিৰ ক্ষেত্ৰত কোনো উন্নয়ণমূলক ব্যৱস্থা নল'লে। আচৰিত কথা যে আজিলৈকে কোনো এখন চাহ বাগানতেই শ্ৰমিক শ্ৰেণীৰ পৰা উঠি অহা শিক্ষিত যুৱক এজনো বাগানৰ সঞ্চালকৰ পদত অধিষ্ঠিত হ'বলৈ সুবিধা পোৱা নাই। এয়া অতি গভীৰ ভাৱে বিবেচনা কৰিবলগীয়া বিষয় যোৱা ডেৰশ বছৰৰ চাহ শ্ৰমিক সকলৰ অসমীয়া জীৱনত।

অসমৰ আদিবাসী লোকসকল প্ৰায় ১৫০টা উপখেলেৰে গঠিত। সাওঁতাল সকলৰ গোত্ৰ বা খেলেই প্ৰায় ১২টা মান আৰু অসমৰ প্ৰত্যেকটো জিলাতে কম

বেচি পৰিমানে বসবাস কৰা দেখা যায়। কোকৰাঝাৰ, বঙাইগাঁও, গোৱালপাৰা, ধুবুৰী, নলবাৰী, দৰং, লক্ষীমপুৰ, নগাঁও, যোৰহাট, শিৱসাগৰ, শিলচৰ আৰু ডিব্ৰুগড় জিলাত বিশেষভাৱে থকা দেখা যায়। কিন্তু, উল্লেখিত ১৫০টা উপখেলৰ মানুহবোৰ অসমৰ ৮৫০খন বাগানতেই কম-বেচি পৰিমানে বসবাস ও শ্ৰমিক হিচাপে জীৱন ধাৰণ কৰি আছে। এই চাহবাগানবোৰে অসমৰ প্ৰায় ২৮/২৯ভাগ মাটি সাঙুৰি লৈছে আৰু সেইবোৰত শ্ৰমিক হিচাপে কাম কৰা মানুহ প্ৰায় ৫লাখ হ'বগৈ।

এইটো সঁচা কথা যে অসমত প্ৰায় ২০লাখ জনজাতি শ্ৰেণীৰ মানুহ বসবাস কৰি আছে। তেওঁলোক সকলোৱে কোল সম্প্ৰদায়ৰ খেল আৰু উপখেলৰ মানুহ। শতকৰা ৯০ভাগ মানুহেই খাটি খোৱা শ্ৰমিক, কৃষক, ৰাস্তা-ঘাট আৰু চাহ শ্ৰমিক হিচাপে কাম কৰা মানুহ। কিছুমান আকৌ ঘৰ নিৰ্মাণ, নদী-বান্ধত কাম কৰা অথবা ৰিক্সা চালক হিচাপেও কাম কৰি আছে। এই ধৰণে তেওঁলোকৰ পৰম্পৰাগত সাংস্কৃতিক জীৱনত পেশাগত জীৱনে গাঁৱলীয়া আৰু বাগানীয়া জীৱন হিচাপে বিভিন্নতা সৃষ্টি কৰা দেখা যায়।

### ১। গাঁৱলীয়া কৃষক (সংৰক্ষিত শ্ৰেণী সাওঁতাল)

অসমত আৰম্ভ কৰা চাহখেতি (১৮৩৭চন) আৰু তাত কাম কৰিবলৈ অপাৰগ হোৱা স্থানীয় শ্ৰমিক সকলৰ প্ৰসঙ্গই ইষ্ট ইণ্ডিয়া কোম্পানী বা আসাম টি কোম্পানীক বাহিৰৰ পৰা শ্ৰমিক অনাবলৈ বাধ্য কৰালে। দ্বিতীয়তে, উনৈশ শতিকাৰ ৬০আৰু ৭০দশকৰ কৃষক বিদ্ৰোহৰ পৰিণাম স্বৰূপে যন্ত্ৰণা আৰু কষ্টই তেওঁলোকৰ আশ্ৰয় আৰু বসবাসৰ ব্যৱস্থা কৰিবলৈ ইংৰাজ চৰকাৰক বাধ্য কৰালে। তেনে ধৰণেৰে ক্ষতিগ্ৰস্ত লোকক বসবাসৰ সুবিধাৰ উদ্দেশ্যে অসমলৈ অনা হৈছিল। এইবোৰ কাৰণ আৰু পৰিস্থিতিয়ে তেওঁলোকক অতি দুৰ্গম আৰু পিচপৰা অঞ্চলত খেতিয়ক হিচাপে বসবাস কৰিবলৈ বাধ্য কৰালে। আনটো সমূহ হ'ল চুক্তি বদ্ধ শ্ৰমিক সকল। যেতিয়া তেওঁলোকৰ চুক্তিৰ সময় সীমা উকলি গৈছিল, তেতিয়া তেওঁলোকক গাওঁলৈ যাবলৈ কোৱা হৈছিল অথবা গাওঁ পাতি বসবাস কৰিবলৈ কোৱা হৈছিল। তেওঁলোকক প্ৰাক্তন চাহ শ্ৰমিক হিচাপে আখ্যা দিয়া হ'ল। হাজাৰৰ পিচত হাজাৰজনে নিজৰ ঘৰ-বাৰী আৰু কিছুমানে নিজৰ মাঁ-দেউতাকো এৰি একাদিক্ৰমে অসমলৈ আহিল।

পশ্চিমবঙ্গৰ পুৰুলীয়া, বাঁকুড়া, মেদিনিপুৰ, বীৰভূম আদি ঠাই, ৰাঁচি, ছোটনাগপুৰ, গোৰখপুৰ, হাজাৰিবাগ, চিংভূম, বিহাৰৰ বিলাচপুৰ, চাইবাচা, ডুমকা, জব্বলপুৰ, সম্বলপুৰ, কালাহাণ্ডি, গঞ্জাম আৰু ময়ুৰভঞ্জ, উৰিষ্যাৰ অউধ আৰু ডেল্টান গঞ্জ, উত্তৰ প্ৰদেশৰ ৰাইপুৰ, ৰামপুৰ হাট, মেথিপুৰ আৰু ছত্তিচগড়, মধ্যপ্ৰদেশৰ বিজয়নগৰ আৰু ইনকাপল্লি, অন্ধ্ৰপ্ৰদেশ আৰু তামিলনাড়ুৰ পৰা শ্ৰমিক হিচাপে বহুসংখ্যক মানুহ অনা হৈছিল। অনেক ঠাইৰ পৰা অনা লোকসকলক শ্ৰমিকৰ মৰ্য্যাদা অনুসাৰে কেতিয়াও সুবিধা দিয়া নহৈছিল। তেওঁলোকৰ বসবাসৰ সুবিধাৰ পৰা আৰম্ভ কৰি ল'ৰা-ছোৱালীৰ শিক্ষাৰ ক্ষেত্ৰতো কোনো উপযুক্ত বিবেচনা কৰা হোৱা নাছিল। আচল কথা ক'বলৈ গ'লে এইটোৰেই ক'ব লাগিব যে তেওঁলোকক শিক্ষাৰ পৰা বঞ্চিত কৰাই সচেতনতাৰ পৰা আঁতৰত ৰখা হৈছিল যাৰ ফলত তেওঁলোকে নিজৰ প্ৰাপ্য অধিকাৰ আৰু উচিত বিবেচনাৰ ক্ষেত্ৰতো সদায় অৱহেলিত হৈয়েই থাকিল। যিসকল লোক বাগানৰ পৰা ওলাই আহি গাঁও পাতি বসবাস কৰিবলৈ ল'লে তেওঁলোকৰ অৱস্থাও কোনো ক্ষেত্ৰতেই উন্নত বুলি ক'ব নোৱাৰি।

**সুৰক্ষিত শ্ৰেণী সমূহ ঃ**

সামাজিক, আৰ্থিক আৰু শৈক্ষিকভাৱে পিচপৰা কিছুমান অনুন্নত সমুদায়ক অসম চৰকাৰৰ দ্বাৰা অসমভূমি আৰু ৰাজহ আইন ( ১৮৮৮চন)ৰ দশম অধ্যায়ৰ এশ একষষ্ঠি (১৬১) খণ্ড অনুসৰি অসমৰ জনজাতি বেষ্টনি আৰু এলেকা (Tribal Belts & Blocks)ত সুৰক্ষাৰ ব্যৱস্থা কৰা হৈছিল। এই ব্যৱস্থাটো তেনেকুৱা পিচপৰা লোক সকলকহে দিয়া হৈছিল, যি সকলে উন্নত সমুদায় সমূহৰ পৰা নিজকে ৰক্ষা কৰিব নোৱাৰিছিল। তদনুসাৰে ৰাজ্য চৰকাৰে জনজাতি বেষ্টনি আৰু এলেকা সমূহত ১৯৪৭চনৰ ডিচেম্বৰ মাহৰ ৫তাৰিখৰ চিঠি আৰু ডি, ৬৯/৪৬/১৬ অনুসাৰে পিচপৰা অনুন্নত শ্ৰেণী সমূহক সুৰক্ষাৰ ব্যৱস্থা কৰে।

**সুৰক্ষিত শ্ৰেণীৰ অন্তৰ্ভূক্ত সমুদায় সমূহ ঃ**

1. Plains Tribals
2. Hills Tribals
3. Tea Garden Tribals

4. Santhals
5. Schedule Castes
6. Nepali Cultivator Graziers.
7. Tea garden Labourers (Ex-Tea garden labourers)

চাহবাগানৰ শ্ৰমিক সকলৰ বিষয়ে বিস্তৃত আলোচনা কৰাৰ আগতে আমি অসমত চাহখেতি আৰম্ভণি আৰু সেই পৰিপ্ৰেক্ষিতত গঠন হোৱা সংগঠন সমূহৰ বিষয়েও কিছু ক'ব লাগিব। বিভিন্ন সময়ত গঠিত সেইবোৰ সংগঠনে চাহখেতি আৰু চাহ বাগানৰ শ্ৰমিক সকলৰ বিষয়ে ভিন্ন ভিন্ন ধৰণে কামো কৰিছে।

ইং ১৮২৬চনৰ ইয়াণ্ডাবু সন্ধি মতে অসম ইংৰাজ শাসনৰ অধীনলৈ আহে। ইয়াৰ কিছু বছৰৰ পিচতে ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনত অসমত চাহ খেতিৰ আৰম্ভণি (১৮৩৭) হয় আৰু (১৮৩৯) চনত আসাম টি. কোম্পানী গঠনৰ পিচতে চাহখেতিৰ নিৰীক্ষণ সম্পূৰ্ণ ভাবে কোম্পানীৰ হাতলৈ আহে। আৰম্ভণিৰ কেইবছৰ মানলৈ অসমৰে স্থানীয় শ্ৰমিক সকলৰ দ্বাৰাই কাম চলোৱা হৈছিল; কিন্তু চাহ উদ্যোগলৈ কোম্পানীৰ যি উদ্দেশ্য আৰু লক্ষ্য আছিল, সেয়া সফল হ'ব নোৱাৰিলে। অসমত প্ৰথম চাহখেতিৰ আৰম্ভণি হয় ডিব্ৰুগড় জিলাৰ চাবুৱাৰ পৰা ১৮৩৭চনত। কোম্পানীৰ উদ্দেশ্য আৰু লক্ষ্য বিশাল হোৱা হেতুকে ক্ৰমে ১৮৫৯চনত উজনি অসমৰ যোৰহাটত আৰু এটা কোম্পানী প্ৰতিষ্ঠা কৰে। কিন্তু খেতিৰ কিছু অগ্ৰগতি হোৱা সময়তে বড়ো আৰু চিংফৌ সকলে বাগানবোৰত বিদ্ৰোহ আৰম্ভ কৰি দিলে। কোম্পানীৰ কামত বাধা পৰিল আৰু তেওঁলোকে নিজৰ উদ্দেশ্য সফল কৰাৰ অৰ্থে বিকল্প উপায় চিন্তা কৰিবলৈ ধৰিলে। ১৮৫৯চনৰ ২ নভেম্বৰ তাৰিখে কোম্পানীয়ে এটা টি. বোৰ্ড গঠন কৰি বিভিন্ন ধৰণৰ বাধা বিঘিনি পৰিহাৰ কৰিবলৈ চেষ্টা চলালে। বোৰ্ডৰ প্ৰস্তাৱত উল্লেখ কৰা আছিল – "It is desirable that there should be large portion of coolies of another class employed" ইয়াৰ পিচত চৰকাৰৰ সহায়ত বহুতো ঠিকাদাৰ আৰু সৰদাৰ নিয়োগ কৰি দেশৰ বিভিন্ন ঠাইৰ পৰা শ্ৰমিক সকলক অনা হ'ল। এইবোৰ কামৰ উদ্দেশ্যতে অসমৰ বিভিন্ন ঠাইত যেনে – চিনামাৰা, নেঘেৰিটিং, ধুবুৰী আৰু ভৰলুমুখত কুলি ডিপোট (আড্ডা) প্ৰতিষ্ঠা কৰিলে। শ্ৰমিক

সকলক পোন প্ৰথমে এই ধৰণেই অনা হৈছিল আৰু এই ধৰণৰ ব্যৱস্থা ১৮৫০চনৰ পিচৰ পৰা ১৯৫০চনলৈকে ব্যৱস্থিত অৱস্থাৰে কৰা হৈছিল অসমৰ চাহ উদ্যোগৰ কাৰণে।

**চাহ বাগান আৰু তিনি প্ৰকাৰৰ শ্ৰমিক ঃ**

অসমৰ চাহবাগানবোৰত ইং ১৯৮৬চনলৈকে তিনি প্ৰকাৰৰ শ্ৰমিকে কাম কৰিছিল -- শিশু শ্ৰমিক, কিশোৰ শ্ৰমিক আৰু বয়সীয়াল শ্ৰমিক। ১৯৫২চনত শ্ৰমিক আইনখন কিছু মাৰ্জিত হিচাপে সংশোধন কৰি ১৯৮৫চনৰ পিচৰে পৰা বাধ্যতামূলক ভাৱে শিশু শ্ৰমিক নিয়োগ নকৰিবলৈ উক্ত আইন প্ৰৱৰ্ত্তন কৰোৱা হ'ল। চৰকাৰৰ নিয়মত উল্লেখ কৰা হ'ল যে কোনো শিশুৱে ১৫বছৰ নোহোৱা পৰ্য্যন্ত তেওঁ কোনো কামতে শ্ৰমিক হিচাপে নিযুক্তি পাব নোৱাৰিব। আসাম টি. গাৰ্ডেন ক্ৰপচ্ এক্ট আৰু ফেক্টৰী এক্ট অনুসাৰে শিশু শ্ৰমিকৰ হিতাৰ্থে কিছুমান নিয়ম লিপিবদ্ধ কৰা হৈছিল। এই ব্যৱস্থা অনুসাৰে ১৫বছৰ বয়সতকৈ তলৰ শিশুক কৰবাত শ্ৰমিক হিচাপে নিযুক্ত কৰা হৈছে নেকি ? তাক চোৱা চিতা আৰু নিৰীক্ষণ কৰিবলৈ বিভিন্ন ঠাইত কেইটামান ক্ষেত্ৰীয় কাৰ্য্যালয় প্ৰতিষ্ঠা কৰা হৈছিল। সেইবোৰ কাৰ্য্যালয়ৰ পৰা বয়স আৰু শাৰীৰিক ভাৱে সৱল আৰু সক্ষমতাৰ প্ৰমাণ পত্ৰ ল'বলগীয়া হৈছিল। তেনে ধৰণৰ প্ৰমাণপত্ৰ তেজপুৰ, বিশ্বনাথ চাৰিআলি, ডিব্ৰুগড়, যোৰহাট, শিৱসাগৰ আৰু শিলচৰৰ পৰা লব পৰা গৈছিল। এই ধৰণে শিশু শ্ৰমিক নিযুক্তিত সংস্কাৰ কৰিবলৈ বাধ্যতামূলক ভাৱেই শ্ৰমিক আইন বলবৎ কৰা হৈছিল ১৯৮৬চনৰ পৰা।

চাহখেতি আৰু বাগিচা সঞ্চালন আৰু শ্ৰমিক কল্যাণৰ ক্ষেত্ৰত গঠিত কেইটামান সংগঠন।

| | সংগঠনৰ নাম | গঠনৰ সময় |
|---|---|---|
| 1. | Assam Chhotanagpuri Chhatra Sanmilan | 28.12.1947 |
| 2. | Assam Tea labour Association | 1941 |
| 3. | Najira Circle Chah Shramik Sangha | 1968 |
| 4. | Indian Association | 1886 |

| | | |
|---|---|---|
| 5. | Greater Tea Auction Centre (Culcutta) | 25.9.1970 |
| 6. | All Indian Tea Labour Association | 9.7.1955 |
| 7. | Assam Tea Estate Labour Union | 1946 |
| 8. | Assam Tea Labourer Federation | 1945 |
| 9. | Assam Chah Karmachari Sangha | 9.2.1947 |
| 10. | INTUC | 3.5.1947 |
| 11. | AITUC | 1920 |
| 12. | British Trade Union Congress | 1927 |
| 13. | Sylhat Kachar Garden Labour Union | 1939 |
| 14. | Trade Union (in many gardens) | 1928 |
| 15. | Supply of Labourers in Tea Garden | 1860 |

**অসম আৰু অসমীয়া সংস্কৃতি ঃ শঙ্কৰী সংস্কৃতি**

মানৱীয় সংস্কৃতি এটি বোৱতী সুঁতি। সংস্কৃতিক নিজৰা বা নদীৰ লগত তুলনা কৰিব পৰা যায়। নদীৰ প্ৰকৃত অৰ্থই হ'ল চিৰন্তন ভাৱে বৈ যোৱা। সংস্কৃতিও পুৰণি আৰু নতুনত্বৰ মাজেৰে প্ৰবাহমান। নদী এখন বৈ যাওঁতে ইয়াৰ গতিধাৰাত পোৱা মাটি, বালি, শিল আদি উটুৱাই লৈ যায় আৰু অন্য এঠাইত আকৌ নতুন ঠাইৰ গঠন হয়। ঠিক সেই ধৰণে সংস্কৃতিয়েও নিজৰ গতিধাৰাত কিছুমান তত্ত্ব হয়তো হেৰুৱায়, নতুনকৈ আকোৱালি লয় আৰু নতুন ৰূপত গঠিত হয়। অতীজৰে পৰা প্ৰবাহমান, মানুহৰ জীৱন প্ৰণালী, সভ্যতা গঢ়া-ভঙা আৰু বৰ্ত্তমানৰ মিশ্ৰিত ৰূপেই হ'ল সংস্কৃতি।

পশ্চিমীয়া সভ্যতাত সংস্কৃতি শব্দটো অতিকৈ নতুন। অসমীয়া ভাষাত সংস্কৃতি শব্দটো বঙালী ভাষাৰ ভাষান্তৰৰ পৰা অহা বুলি কিছুমানে ক'ব খোজে। সংস্কৃতি শব্দটো জনপ্ৰিয় হোৱাৰ আগতেই ই অকল খেতিৰ লগতে সীমিত আছিল। বহুক্ষেত্ৰত হয়তো 'কালচাৰ' আৰু 'এগ্ৰিকালচাৰ' এই দুয়োটা শব্দই সম্বন্ধ ৰাখি আহিছে।

হয়তো 'কালচাৰ' আৰু 'এগ্ৰিকালচাৰ' এই দুয়োটা শব্দই সম্বন্ধ ৰাখি আহিছে। ভাৰতীয় ইতিহাসবিদ আৰু লেখক সকলে কয় যে পোন প্ৰথমে 'কালচাৰ' বা সংস্কৃতি শব্দটো মাৰাঠা ভাষাতহে প্ৰয়োগ কৰা হৈছিল। পিচলৈ এই শব্দটো অন্য ভাৰতীয় ভাষাতো প্ৰয়োগ কৰা হ'ল। ইংৰাজী ভাষাত 'কালচাৰ' শব্দটো লেটিন ভাষাৰ 'কলটুৰা' শব্দৰ ভাষান্তৰ বুলি ধৰা হৈছে। আনহাতে কোল শব্দটোৱে সংস্কৃত শব্দ 'কৃষ্ণ'ৰ লগত যথেষ্ট সমতা ৰাখিব খোজে। মানুহবোৰ নিজৰ কঠোৰ শ্ৰম আৰু চেষ্টাৰ দ্বাৰা শস্য উৎপাদন কৰে যিটো কামৰ নতুন সৃষ্টিৰ ক্ষমতা থাকে। সেইটোৱেই হ'ল 'কালচাৰ' বা সংস্কৃতি। মানুহে কৰ্ম আৰু সৃষ্টিৰ আধাৰত জীৱন নিৰ্বাহ কৰে, সেইটোৱেই হ'ল সংস্কৃতি।

যেতিয়া আমি সূক্ষ্ম ভাৱে অসমীয়া সংস্কৃতিৰ ভিতৰলৈ ভুমুকি মাৰি চাওঁ, তেতিয়া আমি অসমীয়া ভাষাটো বহুতো অনাৰ্য্য ভাষী তত্ত্ব সমূহৰ লগত আৰ্য্য তত্ত্ব সমূহৰ সংলগ্নত গঠন হোৱা বুলি জানিবলৈ পাওঁ। সঁচাকৈ ক'বলৈ গ'লে অসমীয়া ভাষাটোৱে অন্য বহুতো ভাষা যেনে – টাই, আহোম, বড়ো, অষ্ট্ৰিক (কোল), খাচী আৰু কিৰাট আদি ভাষাবোৰৰ ভাষীক উচ্চাৰণ আৰু পদ্ধতিগত ৰূপৰ আধাৰত নিজৰ ৰূপ লৈছে। আনহাতে, অসমীয়া ভাষাৰ ব্যাকৰণ আৰু অভিধান আদি ৰচনা হৈছে সংস্কৃত ভাষা আৰু ব্যাকৰণৰ আধাৰত।

**শঙ্কৰী সংস্কৃতি আৰু সাহিত্য ঃ**

সাহিত্যৰ ক্ষেত্ৰতো ভাৰতীয় পৌৰাণিক সাহিত্যৰ যথেষ্ট প্ৰভাৱ পৰা দেখা যায়। ৰামায়ণ, মহাভাৰত অথবা পুৰাণ শাস্ত্ৰ, গীতা, ভাগৱত তথা বেদ আদিৰ প্ৰভাৱ স্পষ্টভাৱে দেখা যায়। ভাগৱত, পুৰাণ, বিষ্ণুপুৰাণ আৰু হৰিবংশ পুৰাণৰ প্ৰভাৱ শঙ্কৰদেৱৰ লিখনি সমূহত দেখা পোৱা যায়। গীত, লয়বদ্ধ আবৃত্তি বা কাব্য, নাটক আৰু ধাৰ্মিক গ্ৰন্থবোৰত সংস্কৃত সাহিত্যৰ প্ৰভাৱ দেখা যায়। অসমীয়া ভাষাৰ লিপি গঠনত মহামতি আশোকে গ্ৰহণ কৰা ব্ৰাহ্মীলিপিৰ প্ৰভাৱ দেখা যায় আৰু অসমীয়া ভাষাৰ লিখিত ৰূপ আৰম্ভ হয় খৃষ্টপূৰ্ব পঞ্চম শতিকাত। এই লিপিটো ক্ৰমে কুশান বংশ আৰু তাৰ পিচত গুপ্ত বংশহে আগলৈ আহে। তেতিয়াৰ পৰা অসমত তাম্ৰপত্ৰ লিখনৰ ধাৰা আৰম্ভ হোৱা দেখা যায়। এই ধৰণে প্ৰায় তেৰশ শতিকাৰ পৰা অসমীয়া

লিপিয়ে এটি পদ্ধতিগত ৰূপ লৈছে ইয়াৰ শৃঙ্খলাবদ্ধ ব্যবহাৰত। এই থলুৱা সংস্কৃতি গঠনত আন বহুতো সংস্কৃতিৰ প্ৰভাৱ আছে যদিও ই কিন্তু ভাৰতীয় লিপিৰে এটা শাখা স্বৰূপ হৈ আছে, কিন্তু সমূহীয়া সংস্কৃতিৰ বাহক আৰু প্ৰতিবিম্ব স্বৰূপ।

ইয়াৰ বিপৰীতে অসমীয়া সাহিত্য অত্যন্ত সমৃদ্ধিশালী ইয়াৰ বুৰঞ্জী সাহিত্যৰ কাৰণে। কাৰণ এনেহেন লিখনিৰ আৰ্হি অন্য ভাৰতীয় ভাষাত বিৰল আৰু ই এটা আদৰ্শগত অধ্যায়। ইয়াৰ লিখাৰ নিয়ম, সুৰক্ষা পদ্ধতি আৰু অভিব্যক্তিৰ শৈলী অন্য সাহিত্যতকৈ কিছু বেলেগ।

বৈষ্ণৱ ধৰ্ম প্ৰৱৰ্ত্তক শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আগতে, অসমত ভগৱান বিষ্ণুক পূজা কৰা প্ৰথা আছিল। শঙ্কৰদেৱৰ সময়ৰ পৰা বিষ্ণুভক্তিধাৰা পৰিৱৰ্ত্তন হৈ পিচলৈ কৃষ্ণভক্তিধাৰালৈ প্ৰচলিত হয় আৰু নাম কীৰ্ত্তনৰ পদ্ধতিৰে পূজা অৰ্চনা কৰা হয়। এই ধৰণে ভাৰতীয় ধাৰ্মিক পৰম্পৰা যথাৰ্থভাৱে ৰাখিয়েই শঙ্কৰদেৱৰ চেষ্টাত অসমত কৃষ্ণভক্তি ধাৰাৰ প্ৰচলন আৰম্ভ হয়। তেতিয়াৰ অসমৰ অনাৰ্য্য সংস্কৃতি আৰু ধৰ্মতো শঙ্কৰদেৱৰ প্ৰচেষ্টাতেই ভাৰতীয় অথবা আৰ্য্য সংস্কৃতিৰ প্ৰভাৱ যথেষ্ট মাত্ৰাত পৰা দেখা যায়। আনকি শঙ্কৰদেৱে জাতিভেদ প্ৰথা আৰু অপৃশ্যতাৰ বেয়া প্ৰভাৱো নিৰ্মূল কৰিবলৈ চেষ্টা কৰিছিল। পশ্চিম অসমৰ কোচ ৰাজ্যৰ সীমা কৰতোৱা নৈ (পুব বিহাৰ) লৈকে শঙ্কৰদেৱে ধৰ্ম প্ৰচাৰ কৰি সত্ৰৰ যোগেদি ধৰ্ম শিক্ষা দিছিল। অৱশ্যে তেতিয়াৰ শিক্ষাও সত্ৰৰ যোগেদিয়েই চলোৱা হৈছিল। সেয়ে, শঙ্কৰী সংস্কৃতিত পবিত্ৰ গীতা, ৰামায়ণ আৰু মহাভাৰতৰ প্ৰভাৱ তেওঁৰ পিচৰ প্ৰৱৰ্ত্তক আৰু প্ৰচাৰক সকলৰ ওপৰতো বাৰুকৈয়ে পৰা দেখা যায়। নামঘোষা, কীৰ্ত্তনঘোষা আদিৰ সহায়ত সাহিত্যৰ বিকাশ ঘটিছিল। ইয়াৰ পিচত বিয়ানাম, আইনাম, সূত্ৰধাৰী নৃত্য, দেওধনী নৃত্য, দেৱদাসী নৃত্য, বিহুনাম, ভাওনা আদিয়ে ভাৰতীয় সংস্কৃতিক আৰু উজ্জ্বল কৰি আনিছে। অসমীয়া সাহিত্যৰ ডাকৰ-বচন আৰু এটা অপূৰ্ব সাহিত্যিক নিদৰ্শন।

অসম বুৰঞ্জীয়ে আহোম সকল, চুতীয়া, তিৱা, বড়ো অথবা অষ্ট্ৰিক সকলৰ ইতিহাস বহন কৰে। তেওঁলোকে নিজৰ পৰম্পৰাৰে ভগৱান শিৱক পূজা কৰে। বহাগ, কাতি আৰু মাঘ মাহত উল্লেখিত সকলো জনগোষ্ঠীয়েই তিনিটা সময়ত বিহু উৎসৱ পালন কৰে।

ভাৰতীয় সংগীতৰ বাদ্যযন্ত্ৰ – মৃদঙ্গ, খোল, তবলা আৰু বীণা অসমীয়া সংগীততো সমানভাৱেই প্ৰয়োগ কৰা হয়। মিচনাৰী সকলে অসমত বঙলা ভাষা প্ৰচলন কৰা (১৮৩৭চন)ৰ পিচৰ পৰা অসমীয়া ভাষাতো খৃষ্ট ধৰ্মৰ বিষয়ে প্ৰচলন কৰা হৈছিল। ইয়াৰ পিচত চন্ ১৮৭৭লৈকে অসমীয়া ভাষা-সংস্কৃতিৰ শ্ৰীবৃদ্ধিত কিছু বাধা পৰে যদিও বিশেষ পৰিবৰ্ত্তনৰ চাপ পৰা দেখা নাযায়।

ভগবান শিৱৰ পূজা, বিষ্ণু পূজা, দুৰ্গা আৰু দশাৱতাৰ, মঠ-মন্দিৰ, শিল্প আৰু শিল্পকলা, সাঁচিপাত আৰু ভোজপত্ৰৰ লিখনি সমূহ, ধাৰ্মিক পৰম্পৰা আৰু সংস্কাৰ, বিবাহ পদ্ধতি, পোছাক আৰু অলঙ্কাৰ আদিয়ে মিশ্ৰিত কিন্তু সংগঠিত সংস্কৃতিৰ আদৰ্শ দাঙি ধৰে। যুদ্ধ-বিগ্ৰহ আৰু পৰাধীন ভাৰতৰ শোচনীয় অৱস্থাৰ শেষৰ ফালে যুগশিল্পী, কবি ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে ঐতিহ্যপূৰ্ণ অসমীয়া সংস্কৃতিক আধুনিক ৰূপ দি যায়, নানাজনৰ নানান্ সংস্কৃতি মিশ্ৰিত এক নৱ-সৃষ্টি হিচাপে। সেয়ে, কোৱা হয় শঙ্কৰদেৱ সৰ্বমুখী আৰু জ্যোতিপ্ৰসাদ আগৰৱালা বহুমুখী প্ৰতিভা সম্পন্ন কবি আৰু স্ৰজক।

**এটি আদৰ্শৰ সংস্কৃতি ঃ এটি সংগঠিত একতা**

ভাৰতীয় সংস্কৃতিত অসমৰ শঙ্কৰী সংস্কৃতিয়ে এটি ঐতিহাসিক নিদৰ্শন দাঙি ধৰিব পাৰিছে। অতীজৰে পৰা ভক্ত বা ভকত সকলে সত্ৰ-সংস্কৃতি বা সত্ৰীয়া সংস্কৃতিৰ উপাসনা কৰে। কিন্তু, আজিৰ পৰম্পৰাত শঙ্কৰদেৱৰ অৱদানক অসমৰ সকলো লোকে অনুসৰণ কৰা নাই হয়তো নিজাকৈ সিদ্ধান্ত বা মতবাদৰ কাৰণে। কিন্তু অসমৰ যাউতীযুগীয়া বাপতি সাহোন বুলি ক'বলৈ গ'লে শঙ্কৰদেৱৰ অৱদানকে ল'ব লাগিব। তেনে ক্ষেত্ৰত অসমীয়া মানুহ বুলি ক'বলৈ গ'লে অসমৰ সমূহীয়া মানুহকেই বুজিব লাগিব যদিও বিভিন্ন ভাষী লোকসকলৰ নিজাকৈ বিশিষ্ট সংস্কৃতি আছে। শঙ্কৰদেৱে তেতিয়াৰ বৃহৎ অসমক একশৰণ ভাগৱতী বৈষ্ণৱ ধৰ্ম দি থৈ গ'ল। এই ধৰ্মটোৱে পুৰণা কৈৱতজ্ঞ ধৰ্ম আৰু হিন্দু শক্তি-পৰম্পৰাতকৈ সাধনা আৰু ভক্তিত গুৰুত্ব দিলে। তেওঁ মানৱ ধৰ্মক বিকাশ আৰু উন্নতিৰ হকে ব্যৱহাৰ কৰিছিল। ধৰ্মই মানুহক পশুত্বৰ পৰা দেৱত্বলৈ লৈ যায়। আমাৰ আত্মাও একেই আৰু মানুহও সমান। তেওঁৰ মতে, জাতি, বৰ্ণ, ধৰ্ম, নিৰ্বিশেষে সাধনা আৰু ভক্তি কৰাৰ সমান অধিকাৰ আছে। এই

পদ্ধতিটোকেই একশৰণ ভাগৱতী ধৰ্ম বুলি কৈছিল। তেওঁ কৈছিল যে ভগৱান শ্ৰীকৃষ্ণই হ'ল আমাৰ দৈনন্দিন জীৱনৰ কৰ্মৰ কাৰণ আৰু উপায়। এই ধৰণে শঙ্কৰদেৱে উদাৰতাৰ দ্বাৰা অসমীয়া সংস্কৃতি বৈষ্ণৱ ধৰ্মৰ আধাৰত প্ৰতিষ্ঠা কৰিলে আৰু সেই সংস্কৃতিটোকেই জ্যোতিপ্ৰসাদ আগৰৱালাই কৃষ্ণ সংস্কৃতি আখ্যা দি ইয়াৰ শ্ৰীবৃদ্ধি কৰালে। সংস্কৃতি মানে তেওঁ বুজিছিল মানৱ জীৱনৰ সম্পূৰ্ণ সংস্কৃতি যিটো পুনৰাবৃত্তি হৈ থাকে, পৰিস্কৃত হৈ থাকে আৰু বৰ্ত্তমান তথা ভৱিষ্যতৰ কাৰণে আমাক সদায় উপযুক্ত কৈ গঢ়ি তোলে।

**সাওঁতাল সকলৰ ওপৰত অসমীয়া সংস্কৃতিৰ প্ৰভাৱ ঃ**

যিধৰণে বানপানীৰ খৰস্ৰোতা ধাৰাক মানৱ প্ৰচেষ্টাই কোনো প্ৰকাৰে হ'লেও ৰুধিব নোৱাৰে, ঠিক তেনেকৈ মানুহৰ আবেগ আৰু উত্তেজনাকো নিয়ন্ত্ৰণ কৰাটো সহজ নহয়। বৈ যোৱা নদীৰ সোঁতৰ দৰেই মানৱীয় ভাবানুভূতিবোৰ সাহিত্য, সঙ্গীত, কলা আদিৰ মাধ্যমেদি অসীমিত দৃষ্টিলৈ কৰ্ম আৰু শ্ৰমৰ সহায়ত আগুৱাই গৈ থাকে যাক আমি সংস্কৃতিৰূপে জানিব পাৰোঁ। এইবোৰৰ সৃষ্টি সদায় কৰ্ম আৰু সাধনাৰে নিৰবচ্ছিন্ন সমন্বয়ত বাস্তবায়িত হয়। সংস্কৃতি সদায় সমৃদ্ধিশালী হয় আপোনা-আপুনিকৈ অন্য অন্য সংস্কৃতিৰ পৰা আহৰণ কৰাৰ ওপৰত। সেয়ে, যিধৰণে অসমীয়া সংস্কৃতি গঠিত হ'ল, সেই ধৰণেৰে অসমৰ আন আন ভাষী লোকসকলৰ সামূদায়ীক সংস্কৃতিও গঠিত হৈছে। অসমীয়া সংস্কৃতিত মঙ্গোলীয়ান, অষ্ট্ৰিক, আৰ্য্য আৰু কিছু পৰিমানে দ্ৰাবিড় সংস্কৃতিৰ প্ৰভাৱ আছে। ঘৰুৱা পৰিৱেশত প্ৰত্যক্ষভাৱে মিচিং, ৰাভা, লালুং, দেউৰী, কাৰ্বি, কোচ, কলিতা, মৰাণ, মটক, আবৰ, অকা, ডফলা আদিৰ প্ৰভাৱে পৰিলক্ষিত হয়। ইয়াৰ উপৰিও কিৰাট যুগৰ পৰা পৰম্পৰাগতভাৱে বসবাস কৰা নেপালী লোকসকল আন ভাৰতীয়লোক, যেনে বঙালী, পঞ্জাবী, মুছলমান, মাৰোৱাৰী, বিহাৰী অথবা আন হিন্দীভাষী লোকসকলো কম-বেচি পৰিমানে প্ৰভাৱিত। তেওঁলোকৰ জীৱন প্ৰণালীত অসমৰ সংস্কৃতি-ধৰ্ম, শিক্ষা, সংস্কৃতি, সাহিত্য, সংগীত, পোছাক, গহনাদি সকলোতে প্ৰত্যক্ষ প্ৰভাৱ পৰা দেখা যায়। যিহেতু অতীতত অসমৰ সংস্কৃতি আৰু ভৌগলিক পৰিসীমা সীমিত আৰু নিৰ্দিষ্ট হিচাপে নাছিল, সেয়ে, বহুভাষী-বহুধৰ্মী লোকৰ সংমিশ্ৰনতে নতুনকৈ সৃষ্টি বহুৰঙীয়া বা বাৰে-ৰহনীয়া বৰণীয়া

সংযুক্ত সংস্কৃতিয়ে হ'ল অসমীয়া সংস্কৃতি। সাধাৰণ আদিবাসী লোকসকল আৰু প্ৰত্যক্ষভাৱে সাওঁতাললোক সকল ঠাই বিশেষে বিভিন্ন দিশৰ পৰা প্ৰভাৱিত। শিক্ষা, ধৰ্ম আৰু বছৰৰ উৎসৱ সমূহ, সমন্বয় আৰু সামাজিক ব্যৱস্থা, ভাষা আৰু সাহিত্য আদি বিভিন্ন দিশৰ পৰাই তেওঁলোক প্ৰভাৱিত। এই ধৰণৰ প্ৰভাৱ তেওঁলোকৰ ওপৰত কোনেও জাপি দিয়া নাই, বৰং তেওঁলোকে সচৰাচৰ ভাৱেই অসমীয়া সংস্কৃতিক আপোন কৰি লৈছে।

**সাংস্কৃতিক প্ৰভাৱৰ বিভিন্ন দিশ সমূহ :**

**১। শিক্ষা**

অসমীয়া ভাষাটোৱেই অসমৰ একমাত্ৰ ৰাজ্যিক ভাষা আৰু শিক্ষাৰ মাধ্যম। সেয়ে, অন্যান্য ভাষী বা ধৰ্মীয় লোক সকলৰ ওপৰত ইয়াৰ প্ৰভাৱ পৰাটো অতি স্বাভাৱিক। অসমৰ কিছুমান জিলাৰ ভিতৰত আৰু সীমিত সংখ্যাৰ বিদ্যালয়ত বড়ো, হিন্দী বা নেপালী ভাষাতো শিক্ষা দিয়া হয়। অৱশ্যে সাওঁতালী ভাষাত এখনো বিদ্যালয় পাবলৈ নাই। অসমৰ পশ্চিম দিশৰ পৰা পূবলৈ উজাই গ'লেও সাওঁতালী ভাষাত প্ৰতিষ্ঠিত বিদ্যালয় ক'তো পোৱা নাযায়। এনে ক্ষেত্ৰত সাওঁতালী বা সকলো আদিবাসী লোকে বাগানতেই হওক অথবা গাওঁতেই হওক, তেওঁলোকে অসমীয়া ভাষাকেই নিজৰ শিক্ষাৰ মাধ্যমিক ভাষা হিচাপে লৈছে। ছাত্ৰ-ছাত্ৰী সকলে নিজৰ শিশু অৱস্থাৰ পৰাই এই ভাষাৰ মাধ্যমেদি শিক্ষা অৰ্জন কৰি আহিছে। অসমৰ বহুতো বিশিষ্ট মানুহে নিজৰ শৈশৱ জীৱনৰ পৰাই অসমীয়া ভাষাৰ মাধ্যমেদি শিক্ষা অৰ্জন কৰি আহিছে, যিসকলে বাগান সমূহৰ ভিতৰতে নিজক ডাঙৰ-দীঘল কৰাৰ সুবিধা পালে। বৰ্তমান তেওঁলোকৰ বহুতেই এই ভাষাৰ জৰিয়তে সাহিত্য, কলা, সঙ্গীত আদিত আত্মপ্ৰকাশ কৰিছে। এনে বিৰল উদাহৰণ আদিবাসী লোকসকলৰ বাহিৰে অন্য লোকসকলৰ পৰা পোৱা নাযায়।

**২। উৎসৱ :**

গাওঁ অথবা বাগানত থকা সকলো আদিবাসী বা বিশেষকৈ সাওঁতাল লোকসকলে তেওঁলোকৰ উৎসৱ বাহাপৰৱ, সাহৰায়, কৰমপৰৱ, টুচুপূজা, দশায় আদি পালন কৰে। ইয়াৰ বাহিৰেও তেওঁলোকে অসমৰ সমূহীয়া উৎসৱ ব'হাগ বিহু,

মাঘবিহু আৰু কাতিবিহু পৰম্পৰাগতভাৱেই পালন কৰি আহিছে। নতুন চানৰ মাজত বিহু বা অন্যান্য উৎসৱ সমূহে দ'কৈ প্ৰভাৱ পেলোৱা দেখা যায়। তেওঁলোকে নিজৰ উল্লেখিত উৎসৱবোৰৰ লগতে বিহু উৎসৱকো প্ৰতিযোগিতাৰে পালন কৰিবলৈ লোৱা দেখা যায়।

### ৩। সামাজিক স্থিতি :

নামঘৰ, কীৰ্ত্তন বা গোঁসাই ঘৰত যিধৰণে শঙ্কৰী সংস্কৃতিৰ লোকসকলে নাম-কীৰ্ত্তন কৰে, সেৱা কৰে — ঠিক তেনেকৈ উজনি অসম আৰু মধ্য অসমৰ বহুতো সাওঁতাল লোকসকলে নিজৰ ঘৰৰ চোতালৰ একাষত নামঘৰ বা থান পাতি বা সুবিধা অনুযায়ী নাম ঘৰলৈ গৈ নাম-কীৰ্ত্তনত যোগদান কৰে। আৱশ্যক অনুসাৰে তেওঁলোকে সকলো সামাজিক কাম কাজতে যোগদান কৰি সহায় কৰে। সামাজিক সেৱা, প্ৰাৰ্থনা, সভা-সমিতি তথা ৰাজহুৱা কাম কাজত তেওঁলোক সদায় সমভাগী হৈ আহিছে। নিজৰ ঘৰুৱা পৰম্পৰাগত ৰীতি-নীতি আৰু সংস্কাৰৰ বাহিৰে তেওঁলোকে নিজকে কেতিয়াও পৃথককৈ ৰাখিব নোখোজে।

### ৪। সাহিত্য :

অসমীয়া সাহিত্যই আদিবাসী লোকসকলক জাতীয় জীৱনৰ অভিন্ন অঙ্গ হিচাপে মান্যতা দি আহিছে। অসমীয়া সাহিত্যৰ বহুতো কিতাপ সমূহ চাহ বাগানৰ জীৱনৰ পটভূমিত লিখা হৈছে। আদিবাসী লোকসকলৰ পৰা অসমীয়া সাহিত্য জগতলৈ অৱদান দিয়া লোক সকলৰ ভিতৰত শ্ৰীগাইদা ওৰাওঁ, গৌৰ মহতো, দিলেশ্বৰ তাঁতী, প্ৰহ্লাদ চন্দ্ৰ তাচা, চেনিৰাম কুৰ্মি, স্বৰূপা চাহা, মমতা বৈৰী, কৃষ্ণকায় মাঝি, গনেশ চন্দ্ৰ কুৰ্মী আদিয়েই প্ৰধান। শ্ৰী বাৰ্কি প্ৰসাদ তেলেঙ্গা আৰু দেউৰাম তাচাই অসমৰ আদিবাসী সকলৰ হৈ অসমীয়া সাহিত্যত যথেষ্ট বৰঙণি দি আহিছে। তেওঁলোকে অসমীয়া ভাষা-সাহিত্যৰ মাজেদিয়েই নিজৰ বিকাশ আৰু প্ৰগতিৰ হকে মাত মাতি আহিছে আৰু অসমীয়া সাহিত্যৰ মাজেদিয়েই আত্ম-প্ৰকাশ কৰি আহিছে।

# অধ্যায় ঃ ষষ্ঠ

**সাহিত্যিক পৰিৱেশ ঃ**

৫৫০ বছৰ আগতে শঙ্কৰদেৱে প্ৰতিষ্ঠা কৰি থৈ যোৱা ব্ৰজাৱলী সাহিত্যই তেওঁৰ পিছত অসমত বিভিন্ন ভাষা-ভাষীসকলক একত্ৰিত কৰি ৰাখিব নোৱাৰিলে। সেয়া আছিল ভাৰতৰ ভক্তিযুগ বা ভক্তি আন্দোলনৰ সময়। শঙ্কৰদেৱে নিজেই জীৱনৰ শেষৰ ফালে আহোম সকলৰ অত্যাচাৰ সহিব নোৱাৰি কোচ ৰজাৰ আশ্ৰয়ত কোচবিহাৰত থাকিবলৈ ল'লে। তেতিয়াৰ কোচ ৰজা নৰনাৰায়ণৰ ৰাজধানী আছিল কোচবিহাৰত। মুছলিম সকলৰ আগমনে অসমৰ ভাষা সাহিত্যৰ ক্ষেত্ৰত বিশেষ অপকাৰ কৰিব পৰা নাছিল। কিন্তু ইংৰাজৰ আগমনে অসমখন তেওঁলোকৰ অধীনলৈ নিলে বা ল'লে ইয়াণ্ডাবু সন্ধি (১৮২৬) ৰ পিচত। ইয়াৰ পিচত ১৮৩৭ চনৰ পৰা অসমত বঙালী ভাষাৰো প্ৰচলন কৰালে। ইং ১৮৭৭চন লৈকে অসমীয়া ভাষাৰ উন্নতিত যথেষ্ট বাধা পৰিছিল। মিচনাৰী সকলে খৃষ্টধৰ্মৰ প্ৰচাৰ চলাইছিল বঙালী ভাষাত। পিচলৈ 'অৰুণোদয়' আৰু 'জোনাকী' নামেৰে দুখন বাতৰি কাকত ওলাল। ইয়াৰ পিছত আকৌ অসমীয়া ভাষাই নতুন গতি ধাৰা পায় বিকাশৰ ক্ষেত্ৰত। কেতিয়াবা অসমীয়া ভাষাতো খৃষ্টধৰ্মৰ প্ৰচাৰ কৰা দেখা যায়।

বৰ্ত্তমান অসমীয়া সাহিত্যই বিভিন্ন ভাষা-ভাষীলোক সকলৰ অভিব্যক্তিক সুবিধা দিয়াৰ লগতে ভাষা সাহিত্যৰ জৰিয়তে আবৰ, অকা, ডফলা, মিচিং, দেউৰী, কাৰ্বি, ৰাভা, বড়ো, কোচ, নেপালী, সাওঁতাল আদি লোক সকলক অসমীয়া সংস্কৃতিৰ ভিতৰতে আকোৱালি লৈছে। উল্লেখিত থলুৱা লোকসকলে শিক্ষাৰ মাধ্যম হিচাপে

অসমীয়া ভাষাকে গ্ৰহণ কৰিছে। তথাপিও অসমৰ সাহিত্য আৰু ভাষা বিকাশৰ জগতত এটা ভিতৰুৱা ভাব লুকাই আছে। ওপৰত উল্লেখিত কিছুমান ভাষীক লোকে নিজৰ মাতৃভাষাতো শিক্ষা লাভ কৰিব বিচাৰে অথবা নিজৰ মাতৃভাষাৰ উন্নতি হোৱাটো কামনা কৰে। তেওঁলোক এই কাৰণতে কিছু অসন্তুষ্ট, কাৰণ তেওঁলোকৰ মাতৃভাষা শিকাৰ বা শিকোৱাৰ ব্যৱস্থা কোনো বিদ্যালয়তে নাই। কথাটোত যথেষ্ট যুক্তি আছে। কাৰণ তেওঁলোকৰ মাতৃভাষা আন ভাষাৰ তুলনাত অৱহেলিত আৰু অবিকশিত। আনহাতে, ভাৰতৰ সংবিধানে কিছুমান সীমিত সংখ্যাৰ ভাষাকহে অষ্টম অনুসূচীত অন্তৰ্ভূক্ত কৰোৱাই বিকাশৰ যোজনা হাতত লৈছে। নিজৰ মাতৃভাষাৰ বিকাশ হোৱাটো সকলোৱে বিচাৰে আৰু তাৰ বাবে সকলো বিকশিত ভাষীলোকে সমান ভাৱে চিন্তা কৰিলে একতা, উন্নতি আৰু সমন্বয়ৰ ক্ষেত্ৰত আৰু দৃঢ়তা আহিব আৰু জাতীয় ভেঁটি মজবুত হ'ব।

অসমৰ সাহিত্যিক পৰিবেশক কেন্দ্ৰ কৰি এজন সচেতন ব্যক্তিত্বৰ উক্তি যোৱা ২০০৩ চনৰ অক্টোবৰ মাহৰ বাতৰি কাকত যোগে এটি কাব্যিক ভাষাৰে প্ৰকাশ কৰোৱা হৈছিল। বুৰঞ্জীবিদ বেনুধৰ শৰ্মা দেৱে কৈছিল অসমীয়া ভাষা আৰু সাহিত্যৰ ভৱিষ্যতকলৈ ঃ

"সম্পূৰ্ণ অন্ধই গ'লা
নিজৰ ভুলৰ বাবেই,
হেৰুৱাই দিলা চন্দ্ৰ
তোমাৰ নিজ আকাশতেই,
পৰুৱাই ভুল পথ ল'লে
লাজৰ বিষয় হ'বগৈ
এনেহেন কাৰণত তুমি নমৰিলে
আৰু কোন মৰিবগৈ।"

বেনুধৰ শৰ্মা দেৱৰ উক্তি আৰু জ্যোতিপ্ৰসাদ আগৰৱালাদেৱৰ প্ৰচেষ্টাৰ সম্পূৰ্ণ বিপৰীত মুখী আজি অসমৰ ৰাজনৈতিক নেতা আৰু আন্দোলনকাৰী সকল। এনে ক্ষেত্ৰত অসম সাহিত্য সভাই অন্যান্য সকলো ভাষাৰ সাহিত্য সভাবোৰক নিজৰ

কেন্দ্ৰীয় সমিতিৰ কাৰ্য্যকাৰিণী সদস্য-সভা হিচাপে লৈ জাতীয় একতাৰ প্ৰতি আগবাঢ়ি যোৱাটো সময়োচিত হ'ব আৰু এই পন্থাৰ বাহিৰে অসমত নানান্ ভাষা-ভাষী লোকসকলক আঁকোৱালি লোৱাৰো আৰু বেলেগ উপায় নাই। এনে ক্ষেত্ৰত অসম চৰকাৰে সাওঁতালী ভাষা সাহিত্যৰ বাবে এটি উদাহৰণমূলক উন্নয়নৰ পদক্ষেপ অচিৰেই লোৱাটো উচিত হ'ব। বৃহৎ জনগোষ্ঠী হিচাপে আজিৰ অসমত সাওঁতাল বা আদিবাসী লোক সকলেই আটাইতকৈ নিৰ্ম্মমভাৱে অৱহেলিত।

**লিপি আৰু ভাষা ঃ**

আমি ইতিমধ্যে উল্লেখ কৰি আহিছোঁ যে, অসমীয়া সংস্কৃতিটো এটা মিশ্ৰিত সংকৃতি। ই আদিম লোক সকল - অষ্ট্ৰিক, দ্ৰাবিড়, আৰ্য্য আৰু মঙ্গোল সকলৰ মিশ্ৰিত নৱসৃষ্টি। এনে ক্ষেত্ৰত অষ্ট্ৰিক বা সাওঁতাল লোক সকলে অসমীয়া সমাজ গঠনত সাহিত্য, সংস্কৃতি আৰু অৰ্থনীতিৰ উন্নয়নত যথেষ্ট অৰিহণা যোগাই আহিছে। অসমৰ চাহ উদ্যোগ ৰাজ্যখনৰে আটাইতকৈ ডাঙৰ উদ্যোগ য'ত তেওঁলোকে অতীজৰে পৰা নিজৰ শ্ৰম আৰু জীৱন উচৰ্গা কৰি আহিছে। অসমৰ চাহ খেতি অথবা ইয়াৰ উদ্যোগীক বিকাশ অসম্ভৱ আছিল বুলি ইতিমধ্যে কোৱা হৈছে। কিন্তু তেওঁলোকৰ লিপি, ভাষা, সাহিত্য আদিৰ বিকাশত চৰকাৰৰ ফালৰ পৰা কোনো প্ৰকাৰৰ সহায় সহযোগিতা আগবঢ়োৱা হোৱা নাই। তেওঁলোকৰ মাজত দ্বিধাবোধেৰে প্ৰচলিত দেৱনাগিৰি (হিন্দী), ওলচিকী আৰু ৰোমান লিপিৰ মাজতো আলোচনা হৈ মীমাংসিত ৰূপে দেবানগৰী লিপি হোৱাটো দূৰদৃষ্টি সম্পন্ন নিৰ্ণয় হ'ব। ইয়াৰ বাবে তেওঁলোক সকলো একেটা বাটেৰে আহিব লাগিব। বহু বছৰৰ আগতে কৰি থৈ যোৱা সেই উক্তিৰ বাস্তৱিক প্ৰতিফলন আজিৰ অসমত যথাৰ্থভাৱে দেখা দিছে। নিজৰ ভাষাতে আঁকোৰগোজ হোৱা বাবে অথবা ভাষা সাহিত্য-সাংস্কৃতিবোৰকো ৰাজনৈতিক দৃষ্টিৰে পক্ষপাতিত্ব ভাবে চোৱাৰ বাবে, আজিৰ অসমখন সৰু-সৰু প্ৰশাসনীয় পৰিষদত বিভক্ত কৰা হৈছে ভাষীক জনগোষ্ঠীৰ আধাৰত। হয়তো এদিন তেওঁলোকে নিজৰ পৰিষদৰ ভিতৰত নিজৰ মাতৃভাষাতকৈ অন্য ভাষাত শিক্ষা নলওঁ বুলি ক'ব পাৰে। নাইবা তেওঁলোকৰ চিন্তাধাৰাবোৰ সীমিত হৈ অসমখনকে ৰাষ্ট্ৰ হিচাপে লৈ সমগ্ৰ ভাৰতবৰ্ষৰ কথা উঠি অহা বংশধৰ সকলে লাহে লাহে পাহৰি যাবও পাৰে। অথবা

সেই পৰিষদবোৰৰ মুৰব্বী সকলেই পুৰণিকলীয়া ৰজাৰ ভাও ধৰি শাসন কৰিবও পাৰে। এখন ৰাজ্যৰ ৰাজ্যভাষাৰ লগতে আন কিছুমান অবিকশিত ভাষা বিলাকৰ উন্নতিৰ বাবে চৰকাৰী ভাৱেই সুবিধা আৰু ব্যৱস্থা কৰাটো অতি যুক্তি-যুক্ত কাম কৰা হ'ব। আজিৰ অসমত বিকাশৰ তত্ববোৰ যেনে – শিক্ষা, ভাষা, সাহিত্য-সংস্কৃতি আৰু সা-সুবিধা আদিবোৰ ৰাজনীতিৰ নেতা আৰু অল্পজ্ঞানী আন্দোলনকাৰী সকলৰ হাতত সম্পূৰ্ণকৈ নিয়ন্ত্ৰিত। তাৰ পৰিণাম স্বৰূপেই মহা মহা মুনি, যুগ পুৰুষ সকলে গঢ়ি থৈ, বান্ধি থৈ যোৱা সংহত-সংস্কৃতিৰ ভেটি বৰঅসম খন যোৱা ১৯৭০চনৰ পিচৰপৰা সৰু অসম হ'ল আৰু ১৯৯০চনৰ পিচৰ পৰা টুকুৰা-টুকুৰ অসমলৈ পৰিৱৰ্ত্তন কৰা হ'ল।

স্বাধীনতা সংগ্ৰামী বিপ্লৱী কবি জ্যোতিপ্ৰসাদ আগৰৱালা দেৱে নিজৰ মৰমৰ কামৰূপী ভাষাৰ জৰিয়তে সকলোকে একসূত্ৰে বান্ধিবলৈ চেষ্টা কৰিছিল ১৯৩০চন মানতে। আজিৰ অসমত 'ভূমিপুত্ৰ' শব্দটো সীমিত হিচাপে লৈ মাতৃভাষা অসমীয়া নহ'লেও অসমীয়াকে শিক্ষাৰ মাধ্যম ভাষা হিচাপে লোৱা সকলকো বিভেদ নীতিৰে চোৱা হেতুকে বৃহৎ অসমখন ক্ৰমে সৰু অসম হৈ আহিছে আৰু ক্ৰমে স্বায়ত্ব শাসিত জিলা আৰু পৰিষদলৈ আগবাঢ়ি আছে। জ্যোতিপ্ৰসাদৰ বহুভাষী লোকসকলৰ একতাৰ বাবে থকা ৰচনাবোৰক খণ্ডিত কৰি আজিকালিৰ পাঠ্যপুথিত সন্নিৱিষ্ট কৰোৱা কাৰ্য্য অতি ঠেক মনোবৃত্তিৰ পৰিচায়ক। ' বেণুধৰ শৰ্মাৰ বাণী অতি সত্যৰূপে প্ৰমাণিত হৈ আছে এইবোৰ মনোবৃত্তিৰ দ্বাৰাই।

**সংস্কৃতিৰ অৱক্ষয় পৰিচয়ৰো বিলুপ্তি ঃ**

যিহেতু আদিবাসী লোকসকল অসমত চাহ খেতি আৰম্ভ হোৱাৰে পৰা শ্ৰমিক হিচাপে কাম কৰি আহিছে আৰু চুক্তিৰ ম্যাদ উকলি যোৱাৰ পিচত তেওঁলোকৰে কিছুমানক প্ৰাক্তন- চাহ শ্ৰমিক হিচাপে চিনাক্ত কৰা হ'ল, তেনে ক্ষেত্ৰত আৰম্ভণিৰে পৰা গাঁওত বাস কৰা লোকসকল আৰু চাহবাগানত কাম কৰি থকা লোকসকলৰ মাজত লিপি, ভাষা আৰু সাহিত্যৰ প্ৰশ্নক লৈ তেওঁলোকৰ মাজত একতা আৰু সমন্বয়ত কোনো প্ৰকাৰৰ ভিন্নতা অহাটো তেওঁলোকে কেতিয়াও কামনা নকৰে। চৰকাৰে যদিও চাহবাগানৰ শ্ৰমিক শ্ৰেণীক চাহ-জনজাতি হিচাপে আখ্যা দিছে,

তেওঁলোক সকলোৱেই জনজাতি অথবা অনুসূচীত জনজাতি হিচাপে চৰকাৰী ভাৱে পৰিচিত আৰু পঞ্জীভূত হ'বহে খোজে তেওঁলোকৰ সকলোৱে অনুন্নত অৱস্থাটোৰ বাবে। তাৰোপৰি শ্ৰমৰ ওপৰত জাতি এটাৰ নামাকৰণ হোৱাটো অত্যন্ত অযুক্তিকৰ। এটি বিশাল সংস্কৃতিসম্পন্ন জাতিটোক এনে ধৰণে শ্ৰমিক জাতি কোৱাটো ঠেক মনোবৃত্তিৰ পৰিচয়হে। ইয়াৰ বেয়া পৰিণাম সুদূৰপসাৰী। সঁচা কথা ক'বলৈ গ'লে আজিও তেওঁলোকে আদিম আচৰণ, ব্যৱহাৰ আৰু বিকাশৰ প্ৰাথমিক অৱস্থাতেই আছে। তেওঁলোকে সমূহীয়াভাৱে দেশৰ আৰ্থিক দিশত যথেষ্ট অৰিহণা যোগাই আহিছে কিন্তু তেওঁলোকৰ আৰ্থিক অৱস্থা তেনেই দুঃখ লগা বা অতি দয়নীয়। শিক্ষাত অতিকৈ পিচপৰি আছে তেওঁলোক। কিন্তু, তেওঁলোক চৰকাৰী সা-সুবিধাৰ বাবে চাহ বাগিচাৰ আৰু গাওঁৰ বাসিন্দা হিচাপে বেলেগ বেলেগ কৈ পৰিচিত হ'বলৈও নিবিচাৰে। শ্ৰম ভিত্তিক সুবিধাৰ বাবে বেলেগকৈ পৰিচিত কৰাবলৈ যোৱা মানে ভৱিষ্যতে ই এটা শ্ৰমিক জাতি হিচাপে জনাজাত হোৱাৰো সম্ভাৱনা থাকে আৰু তাৰ ফলত গাওঁবাসী আৰু বাগানৰ শ্ৰমিকসকল একেই সংস্কৃতিৰ হোৱা স্বত্বেও বেলেগ জাতি ৰূপে পৰিচিত হোৱাৰ কাৰণ হ'ব পাৰে। ইয়াৰ শুদ্ধ মীমাংসাৰ বাবে সকলো আদিবাসী লোককে অনুসূচীত জনজাতি হিচাপে পঞ্জীভূত কৰাই সা-সুবিধাৰ ক্ষেত্ৰত গাওঁ আৰু বাগানৰ প্ৰসঙ্গত কিছু সাল-সলনি কৰাটো বাঞ্চনীয়। ভাৰতত 'দলিত শ্ৰেণী' বুলি এটা জাতিৰূপে পৰিগণিত কৰোৱা আৰু অসমৰ এনে উদাহৰণ ভাৰতৰ বাবেই দুৰ্ভাগ্যজনক।

আদিবাসী বা সাওঁতাল লোকসকলৰ সাহিত্যিক, সামাজিকভাৱে বহুকেইটা সংগঠন আছে আৰু আটাইবোৰ সংগঠনেই তেওঁলোকক অনুসূচীত জনজাতি হিচাপে পৰিচিত আৰু পঞ্জীভুক্ত কৰাব লাগে বুলি দাবী কৰি আহিছে। সেই হিচাপে তেওঁলোকে চৰকাৰী ক্ষেত্ৰত আসনৰ সুৰক্ষা, সুবিধা তথা শিক্ষা আৰু সাহিত্যৰ ক্ষেত্ৰতো সুৰক্ষাৰ বাবে ঐক্যবদ্ধ ভাৱে মাগ কৰি আহিছে।

সদৌ অসম সাওঁতালী সাহিত্য সভাৰ নৱম অধিৱেশন (৪, ৫ আৰু ৬ফেব্ৰুৱাৰী ১৯৯৩চন)ৰ স্মৃতিগ্ৰন্থত চেংমাৰী চাহবাগানৰ শ্ৰী জে. বি. টুডুৱে লিখিছে — চণ্ডালী ওনোল, ডু এক্ট লেকাটবোন টৈয়াৰ ৰাবাকা? (আমি কেনেকৈ লিখিত সাওঁতালী

সাহিত্য উন্নত কৰিব পাৰোঁ?)

"আমি কেনেকৈ সাওঁতালী লিখিত সাহিত্যৰ এটা উন্নত অৱস্থা আনিব পাৰোঁ- এইটো আমাৰ ডাঙৰ প্ৰশ্ন। প্ৰথমে সাওঁতালী ভাষা সাহিত্যৰ ইতিহাস জনাটো আমাৰ কাৰণে অতি মহত্বপূৰ্ণ কাম হ'ব। প্ৰশ্নটো আমাৰ মনত ঠিক সময়তেই উত্তৰ হৈছে, কাৰণ আন আন সাহিত্যবোৰে ইতিমধ্যে উন্নতিৰ হিমালয়ৰ শিখৰ পাইছেগৈ। গতিকে, আমি অতি গভীৰ ভাবে চিন্তা কৰিব লাগিব আৰু হাতত সাহিত্যৰ উন্নতিৰ হুকে উপযুক্ত তত্ব আৰু আহিলাপাতি লৈ অতি সাৱধানেৰে আগবাঢ়িব লাগিব।"

ৰাষ্ট্ৰব্যাপি জাতি এটা আন্তঃৰাষ্ট্ৰীয় হিচাপে খ্যাতি প্ৰাপ্ত আদিবাসী সকলে দেৱনাগৰী লিপিটোক সৰ্বসন্মত ভাৱে গ্ৰহণ কৰি সাওঁতালী ভাষা, মুণ্ডাৰী ভাষা, কুৰ্কু, হো আদিৰ বিকাশৰ বাবে উঠি পৰি লাগিব জানিলে বা চেষ্টা কৰিলে, বিকশিত ভাষা- যেনে তামিল, বঙালী বা অসমীয়া ভাষাৰ আৰ্হি ল'ব লাগিব। ইয়াৰ বাবে তেওঁলোকে ৪০বছৰৰ লক্ষ্য ল'ব লাগিব।

**সাওঁতালী একাডেমী :**

এইটো দ'কৈ উপলব্ধি কৰা হৈছে যে ভাষাৰ বুনিয়াদ উন্নত নকৰা পৰ্য্যন্ত কোনেও ভাষাটোৰ উন্নতি বা বিকাশৰ চিন্তা কৰিব নোৱাৰে। সেই বুনিয়াদৰ ওপৰত ভিত্তি কৰিয়েই সাহিত্যৰ বিকাশ সাধিব পৰা যাব। ইংৰাজী ভাষাৰ অনুষ্ঠান সমূহ, ভাৰতীয় হিন্দু সংস্থা, বঙ্গীয় সাহিত্য পৰিষদ ইত্যাদিয়ে আন ভাৰতীয় ভাষীলোক বা অনুষ্ঠানবোৰক অনুপ্ৰাণিত কৰিব পাৰে। তেনেকৈ, সাওঁতালী ভাষাৰ একাডেমী ভাৰতবৰ্ষ আৰু বাংলাদেশৰ সাওঁতালী লোকসকলক কেন্দ্ৰ কৰি সমূহীয়া উন্নয়ণৰ বাবে প্ৰতিষ্ঠা কৰাব পাৰিলে অদূৰ ভৱিষ্যতে ভাষা সাহিত্যৰ বিকাশৰ বাবে এটা প্ৰাণ প্ৰতিষ্ঠা হ'ব আৰু সাওঁতালী বা বৃহৎ আদিবাসী জাতীয় একতাৰ ক্ষেত্ৰত যোগসূত্ৰৰ আৰম্ভণি হ'ব। ইয়াৰ পৰা আমি যথেষ্ট অনুপ্ৰাণিত হ'ম আমাৰ ভাষা বিকাশৰ ক্ষেত্ৰত।

"স্মৃতি-গ্ৰন্থ' খনিত উল্লেখ কৰা হৈছে —

চন্তালী একাডেমীৰেক ইচ কুলকো ?

(কিয় আমাক সাওঁতালী একাডেমীখন লাগে?)

সাওঁতালী একাডেমীৰ আৱশ্যক হয় —

১। লিখক সকলৰ কাৰণে

২। কবি সকলৰ বাবে

৩। গল্প, কাহিনী লিখকৰ বাবে

৪। অনুবাদ সাহিত্যৰ বাবে

৫। উপন্যাসিক সকলৰ বাবে

৬। নাট্যকাৰ সকলৰ জৰিয়তে ভাষা সাহিত্যৰ বিকাশৰ বাবে।

**প্ৰথম অৱস্থাত আৱশ্যক :**

১। প্ৰাথমিক স্তৰত শিশুসকলৰ বাবে পাঠ্যপুথিৰ যোগান

২। দ্বিতীয় স্তৰৰ শিশু সকলৰ বাবে পাঠ্যপুথিৰ ব্যৱস্থা

৩। মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ বাবে পাঠ্যপুথিৰ ব্যৱস্থা, আৰু

৪। ভাষা সাহিত্যৰ উন্নয়ণমূলক কামৰ যোজনাৰ বাবে চৰকাৰী আয়োগৰ অন্তৰ্গত অনুষ্ঠান সমূহৰ প্ৰতিষ্ঠা।

প্ৰতিষ্ঠিত একাডেমীখনে কিছুমান নিৰ্ব্বাচিত সুদক্ষ লোকসকলক লৈ এটা বিশেষজ্ঞ সমিতি গঠন কৰিব পাৰে। উক্ত সমিতি খনে বিভিন্ন বিষয়লৈ গঠিত স্থানীয় সমিতিবোৰৰ লগত একেলগে বহি আলোচনা মৰ্মে পৰৱৰ্ত্তী কাম-কাজৰ ব্যৱস্থা হাতত ল'লে আগলৈ কাম কৰাৰ সুবিধা হ'ব পাৰে।

একেখন স্মৃতি-গ্ৰন্থৰে অন্য এঠাইত কলিকতাৰ শ্ৰীৰমেশ চন্দ্ৰ কিস্কুদেৱে কৈছে-

"সদৌ অসম সাওঁতালী সাহিত্য সভাই হাতত লোৱা পদক্ষেপবোৰ অতি প্ৰশংসনীয়। ঠিক একেই ধৰণে দেশৰ আন আন ঠাইৰ পৰাও পদক্ষেপ ল'লে, সাওঁতালী সাহিত্যই অহা ভৱিষ্যতত অতি উচ্চ স্থান পাবগৈ পাৰে। তাৰ বাবে আমি যত্নপৰ হ'ব লাগিব।"

তেওঁ কৈছে — আমাৰ দুটা ত্ৰুটি স্পষ্টভাৱে দেখা গৈছে —

১। আমাৰ লিপিৰ ভিন্নতা, আৰু

২। সাওঁতালী ভাষাৰ প্ৰকাশিত কিতাপৰ অভাৱ।

সাওঁতালী ভাষাৰ উচ্চাৰণো স্থান ভেদে ভিন্ন-ভিন্ন হোৱা দেখা যায়। এইটোৱেই আমাৰ ভাষা আৰু সাহিত্যৰ বিকাশৰ হেঙাৰ স্বৰূপে দেখা দিব আৰু এই অনৈক্যই

এটা সময়ত বিবাদৰ সৃষ্টি কৰি কাজিয়াত পৰিণত হ'ব। ইয়াৰ পৰিণামত প্ৰকৃত সাওঁতালী লিপি আৰু ভাষাৰ বাবে আমি কোনো কামেই কৰিব নোৱাৰিম। সেয়ে, আমি আমাৰ মাজৰ লিপি বিবাদ আৰু উচ্চাৰণৰ ভিন্নতা গুচাবলৈ চেষ্টা কৰাটো আমাৰ বাবে অত্যন্ত বুদ্ধি-বিবেচনাৰ কাম হ'ব।

ভাষাবিদ সকলৰ মতামত অনুসাৰে প্ৰত্যেক ১৫০কিলোমিটাৰৰ অন্তৰে অন্তৰে ভাষাৰ উচ্চাৰণত কিছু ভিন্নতা হোৱাটো অতি স্বাভাৱিক। ইংলেণ্ডত ইয়াৰ উদাহৰণ জ্বলন্তভাৱে দেখা যায়। অসমৰো প্ৰায় ১৫০/২০০কিলোমিটাৰৰ অন্তৰে অন্তৰে ভাষাৰ ভিন্নতা দেখিবলৈ পোৱা যায় উচ্চাৰণৰ ক্ষেত্ৰত। উদাহৰণস্বৰূপে গোসাইগাওঁ আৰু কোকৰাঝাৰ অঞ্চলত অসমীয়া ভাষা আৰু বৰপেটা, নলবাৰী অঞ্চলৰ অসমীয়া ভাষাত উচ্চাৰণৰ ভিন্নতা দেখা যায়। কামৰূপী অসমীয়া আৰু দৰঙীয়া বা তেজপুৰীয়া অসমীয়া ভাষাৰ মাজতো উচ্চাৰণৰ ভিন্নতা দেখা যায়। এই ভিন্নতাবোৰ ওচৰা-ওচৰিকৈ থকা ভাষাবোৰৰ প্ৰভাৱৰ পৰাও হ'ব পাৰে যাৰ ফলত কিছু পৰিমাণে উচ্চাৰণৰ ভিন্নতা দেখা যায়। যদিও এই ভিন্নতাবোৰ কথা কোৱাৰ প্ৰসঙ্গত সাধাৰণ হিচাপে লোৱা যায়, ভাষা-সাহিত্য বিকাশৰ ক্ষেত্ৰত কিন্তু একেটা উচ্চাৰণ, লিপি আদিৰ প্ৰয়োজন হয় যিটো বঙালী ভাষাত থকা দেখা যায়। স্থান ভেদে সামান্য ভিন্নতা থাকিলেও কথা কোৱা আৰু বুজাতো কোনো অসুবিধা নহয় নাইবা সামান্য লিখাৰ ক্ষেত্ৰতো কোনো প্ৰাৰ্থক্য দেখা নাযায়।

**সাওঁতালী ভাষাত উচ্চাৰণৰ ভিন্নতা ঃ**

সাওঁতালী ভাষাটো পাঁচ প্ৰকাৰৰ উচ্চাৰণ অনুসাৰে কোৱা হয় সমগ্ৰ দেশৰ ভিতৰতে। সেইবোৰ ঠাই যেনে ঃ—

১। সাওঁতাল পৰগণাৰ লগত জড়িত কিছুমান অন্য জিলা আৰু ধানবাদ তথা হাজাৰিবাগ জিলা;

২। বৰ্দ্ধমান জিলা আৰু ইয়াৰ উত্তৰে থকা আন জিলাবোৰ;

৩। অসমৰ বিভিন্ন জিলা যেনে ঃ কোকৰাঝাৰ আৰু ইয়াৰ পশ্চিমে থকা ঠাইবোৰ, নলবাৰী, দৰং, শোণিতপুৰ, নগাঁও, যোৰহাট, ডিব্ৰুগড় আৰু বঙাইগাঁও তথা দক্ষিণ পশ্চিম অসমৰ গোৱালপাৰা জিলা;

৪। নেপাল, ভুটান আৰু বাংলাদেশতো সাওঁতালী ভাষাৰ উচ্চাৰণ বেলেগ বেলেগ।

**দ্বিতীয় স্থানৰ ঠাই সমূহ ঃ**

৫। (ক) উৰিষ্যাৰ সাওঁতালী ভাষী লোক বসতি প্ৰধান অঞ্চল সমূহ;

(খ) সাওঁতালী ভাষী লোক বসতি প্ৰধান বিহাৰৰ কিছুমান জিলা আৰু

(গ) পশ্চিমবঙ্গৰ হুগলী, মেদিনীপুৰ, বাঁকুড়া আৰু পুৰুলীয়া জিলা।

উল্লেখিত ঠাইবোৰত অকল সাওঁতালী ভাষা উচ্চাৰণতে ভিন্নতা আছে এনে নহয়; বৰং স্থান ভেদে নৃত্য, সঙ্গীত তথা বাদ্যযন্ত্ৰৰ ক্ষেত্ৰতো ভিন্নতা দেখা যায়। এইবোৰ ভিন্নতা গুচাবলৈ কিন্তু বিশেষ অসুবিধা নহ'ব যদিহে লিখক আৰু পাঠকসকলে এটি স্নমজুৱা মেজলৈ আহি পাৰস্পৰিক আলোচনাৰ আপোচলৈ আহে আৰু ইমানবোৰ চেষ্টা কৰাৰ একমাত্ৰ উদ্দেশ্য হ'ব সাওঁতালী লিপি, ভাষা, সাহিত্য আৰু সংস্কৃতিৰ উন্নয়ণৰ বাবে - শ্ৰী কিস্কুদেৱে এই ধৰণে মন্তব্য কৰে।

**সাওঁতালী লিপি — ওল্‌চিকী ঃ**

প্ৰত্যেকটো ভাষাৰে নিজস্ব বিশেষত্ব আছে উচ্চাৰণৰ। ভাৰতবৰ্ষত লিখিত আৰু কথিত বহুতো ভাষাৰে এনেকুৱা ভিন্নতা আছে। সেইবোৰ বিশেষত্বৰ ভিন্নতা লিখা অথবা কোৱাৰ সময়ত ধৰিব পৰা যায়। সাওঁতালী ভাষাৰ প্ৰসঙ্গতো তেনেকুৱা বিশেষত্ব বিদ্যমান। কিন্তু ওল্‌চিকী লিপিৰ আৱিস্কাৰে উচ্চাৰণত থকা ভিন্নতা আঁতৰ কৰিব পাৰিব বুলি ধাৰণা কৰিব পৰা যায়।

সাওঁতাল সকল ভাৰতবৰ্ষৰ আটাইতকৈ বেছি সংখ্যাক থকা জনজাতীয় লোক। তেওঁলোকৰ সংখ্যা দুই কোটিতকৈ বেছি হ'ব বুলি ক'ব পাৰি। অসমৰ গাঁও আৰু বাগানবোৰত তেওঁলোকৰ সংখ্যা যথেষ্ট মাত্ৰাত আছে। তেওঁলোকে সাওঁতালী ভাষা কয় কিন্তু আন সকলো লোক সকলৰ লগত **'সাদৰি'** ভাষাৰে কথা কোৱা হয়। তেওঁলোকে **'ওল্‌চিকী'** লিপিকে গ্ৰহণ কৰিছে। এই যৌগিক শব্দটোৰ অৰ্থ হ'ব- **'ওল'** মানে লিখা আৰু **'চিকী'** মানে বৰ্ণমালা। এই ধৰণে সাওঁতালী লোকসকলে ওল্‌চিকী লিপি গ্ৰহণ কৰাৰ পিছত যিসকলে দেৱনাগৰী বা ৰোমান লিপি গ্ৰহণৰ মত পোষণ কৰে, তেওঁলোকৰ মাজত এটা প্ৰশ্ন উদয় হৈছে যে ভাষা এটাৰ কাৰণে

তিনিটা লিপি কোনো প্ৰকাৰে সম্ভৱ হ'ব নোৱাৰে। ইয়াৰ বাবে হয়তো এটি মীমাংসা আৰু আপোচলৈ আহি সকলোৰে হিতৰ আৰু বিকাশৰ সুবিধা হেতু দেৱনাগৰী লিপিটোক আকোৱালি ল'লে যথেষ্ট যুক্তি সঙ্গত কাম হ'ব।

সাওঁতাল সকলৰ লিপিৰ এটা দীঘলীয়া ইতিহাস আছে ইং ১৯২৫চনৰ পৰাই। বিহাৰৰ ময়ুৰভঞ্জ জিলাৰ ৰাইৰংপুৰ নামেৰে এখন সৰু গাঁওত 'ওল্‌চিকী' লিপিৰ আৱিস্কাৰ হৈছিল। শ্ৰীৰঘুনাথ মুৰ্ম্মু যেতিয়া ২০বছৰীয়া ডেকা ল'ৰা আছিল তেতিয়াই এই কঠিন কামটো আৰম্ভ কৰিছিল। তেওঁ ওচৰৰে বাৰিপদ হাইস্কুলৰ পৰা প্ৰৱেশিকা উত্তীৰ্ণ হোৱাৰ পিচত বাদামতলা গাঁওৰ এখন বিদ্যালয়ত প্ৰধান শিক্ষক হিচাপে কিছু বছৰ কাম কৰিলে। আৰম্ভণিতে তেওঁ এই লিপিটোৰ আৱিস্কাৰৰ কাৰণে পিচলৈ তেওঁ নিজৰ শিক্ষকৰ সেৱা এৰি দি সেই কামতে মনোনিৱেশ কৰে। সাওঁতাল ভাষাৰ জনশ্ৰুতি আৰু লোকোক্তিৰ ওপৰত বুনিয়াদ কৰি, বয়োজেষ্ঠ সকলৰ লগত আলোচনা আৰু বাৰ্ত্তালাপ কৰি তেওঁ লিপিখন আৱিস্কাৰ কৰে।

'ওল্‌চিকী' লিপিখন আৱিস্কাৰ কৰাৰ সময়ত প্ৰথমে মাটিৰ বেৰ বিলাকত লিখা হৈছিল। পিচলৈ সেইবোৰ কাঠৰ নক্সাবোৰত কটা হ'ল আৰু গাঁৱে-গাঁৱে প্ৰদৰ্শন কৰাই ফুৰোৱা হৈছিল। শ্ৰীশ্যাম মুৰ্ম্মু নামৰ আন এজন চৰকাৰী কৰ্মচাৰীয়েও নিজৰ চৰকাৰী সেৱা এৰি দি ৰঘুনাথৰ লগত যোগ দিলে। ৰঘুনাথ মুৰ্ম্মুৰ মহান প্ৰচেষ্টাক সকলোৱে প্ৰশংসা কৰিলে। এটা সময়ত লিপিটোও অতি জনপ্ৰিয় হৈ আহিল।

শ্ৰী মুৰ্ম্মুদেৱে পিচলৈ দুখন নাটকো লিখিলে। নাটক দুখনৰ নাম আছিল — 'বিচু চন্দন' আৰু 'জৰোৱাল বীৰ'। তেখেতে 'ওল চেমেং' আৰু 'সকম' নামেৰে দুখন খবৰ কাকতো উলিয়াইছিল। লিপি আৱিস্কাৰৰ নিচিনা মহৎ কামৰ বাবে পিচলৈ শ্ৰীৰঘুনাথ মুৰ্ম্মুক গুৰু গোমকে (মহান পণ্ডিত) নামৰ উপাধিৰে বিভূষিত কৰিছিল ময়ুৰভঞ্জ আদিবাসী সন্মিলনীয়ে। ঝাৰখণ্ড আন্দোলনৰ মূৰ্ধন্য ব্যক্তি জয়পালসিঙে তেওঁক পণ্ডিত উপাধি দিছিল আৰু ৰাঁচি বিশ্ববিদ্যালয়ে তেওঁক সাহিত্যৰ বাচস্পতি (D. Litt) উপাধি দিছিল।

'ওল্‌চিকী' লিপিৰ সপক্ষে আৰু ইয়াৰ বিকাশৰ কাৰণে অখিল ভাৰতীয় সাওঁতাল সভাই ১৯৭৮চনত তৎকালীন ভাৰতৰ প্ৰধান মন্ত্ৰী মাননীয় শ্ৰী মোৰাৰজী

দেশাইক দিয়া এখন স্মাৰক পত্ৰখনত কোৱা কথাখিনি তলত উল্লেখ কৰা হ'ল - এনে ধৰণৰ তীব্ৰ বিৰোধ কৰাৰ আগতে পাকুড় নামে ঠাইত ১৯৭৩চনত এখন সম্মিলন হৈছিল ৰোমান আৰু 'ওল্‌চিকী'ৰ মাজত অহা বিবাদৰ সমাধানৰ বাবে। কিন্তু ভাল ফল নধৰিল। বৰং ভাৰতীয় উদ্ভৱ লিপি 'ওলচিকী'ৰ সপক্ষে আৰু বেছিকৈহে সমৰ্থন পোৱা গ'ল। পৰিণাম অনুকূলে পোৱা গ'ল। তাৰ পিচত পশ্চিমবঙ্গৰ সকলোবোৰ অঁনাতাৰ কেন্দ্ৰৰ পৰা আৰু ক্ৰমে বিহাৰৰ পৰাও অঁনাতাৰ যোগে সাওঁতালী ভাষা প্ৰচাৰ হ'বলৈ ধৰিলে। কলিকতা বিশ্ববিদ্যালয়ে মাতৃভাষা হিচাপে পঢ়াৰ সুবিধা কৰালে সাওঁতালী ভাষাৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাবে। এনেবোৰ সফলতাৰ পিচত বিহাৰ, উৰিষ্যা, ত্ৰিপুৰা আৰু অসমে এই লিপিখনৰ জৰিয়তে শিক্ষাৰ সুবিধাৰ বাবে কিছু পৰিমানে চিন্তা-চৰ্চ্চা কৰিলে। অৱশ্যে অসমত চৰকাৰী ভাবে বিশেষ পদক্ষেপ লোৱা হোৱা নাই এতিয়ালৈকে।

যিহেতু, শিক্ষাৰ বিষয়টো ৰাজ্য চৰকাৰৰ লগতে সীমিত থাকে, তেনে ক্ষেত্ৰত সাওঁতালী লোক সকলে অনুকূল সাপেক্ষে দেৱনাগৰী বা ওল্‌চিকী লিপিতে সাওঁতালী ভাষা শিক্ষাৰ বাবে সংগঠনবোৰৰ যৌথ প্ৰয়াসত চৰকাৰৰ লগত যোগাযোগ কৰা ভাল হ'ব।

**সন্তালী (সাওঁতালী) বা সাদৰী ভাষা ঃ**

অসমৰ বিভিন্ন ভাষা-ভাষী লোকৰ সাংস্কৃতিক জাগৰণে এটি বিশেষত্ব সৃষ্টি কৰা দেখা গৈছে। এনে ধৰণৰ আন্দোলনৰ পৰিনাম অৱশ্যে ভালেই হ'ব। পিচ পৰি থকা বিভিন্ন ভাষীলোকে নিজৰ ভাষা সাহিত্যৰ বাবে সংগঠিত হৈ আগুৱাই আহিলেহে অসমৰ সামগ্ৰীক সাংস্কৃতিক উন্নয়ণ হ'ব। কৃষিজীৱি সকলে নিজৰ জীৱনৰ একমাত্ৰ উদ্দেশ্য কঠোৰ পৰিশ্ৰমকে লোৱা বাবেহে তেওঁলোকৰ শ্ৰমৰ পৰিনাম স্বৰূপে বছৰৰ মূৰত হাতলৈ কিবা এটা আহে। এইটোৱেই তেওঁলোকৰ সংগঠিত পৰিশ্ৰমৰ পুৰস্কাৰ। ঠিক তেনেকৈ বিভিন্ন ভাষা-ভাষীৰ লোকসকলেও সচেনতাৰে নিজৰ নিজৰ অভাৱবোৰ উপলব্ধি কৰিবলৈ গৈছে। সাওঁতালী লোকসকলেও নিজৰ খেল অথবা উপখেলবোৰক একে সূত্ৰলৈ আনি একতাবদ্ধতাৰে নিজৰ সংস্কৃতিৰ উন্নয়ণৰ ও বিকাশৰ বাবে আনিব পৰা যায়। চৰকাৰৰ ওপৰত ভাষা-সাহিত্য, সংস্কৃতিৰ বিকাশৰ বাবে ভৰসা কৰিলে

কোনো প্ৰকাৰে আগবাঢ়ি নোৱাৰিব।

দেশৰ ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক স্তৰত বহুতো সাওঁতালী নেতা সকল, সমাজৰ সংগঠক বা সাহিত্যিক সকল তেওঁলোকৰ উন্নয়ণৰ হকে কিছু পৰিমানে আগবাঢ়ি অহা পৰিলক্ষিত হৈছে। এতিয়া দেখা যায় যে সাওঁতাল, মুণ্ডা, ওৰাওঁ, পাহাৰীয়া, গোণ্ডা, পৰজা, খাড়িয়া, ৰাজবৰ, তুৰি আদিৰ সংমিশ্ৰণত নিজৰ মাজৰ যোগসূত্ৰ হিচাপে বা লোকভাষা হিচাপে 'সাদৰী' ভাষাৰ মাধ্যম লোৱা হৈছে। এই ভাষাটোৰ বাস্তৱ ৰূপৰ বাবে হিন্দী, বঙালী, উড়িয়া, তামিল, মাৰাঠী, তেলেগু আদি ভাষা কোৱা লোকসকল আৰু বিশেষকৈ ছোটনাগপুৰী লোকে বিশেষ জোৰ দি আছে। কিন্তু কোল জনগোষ্ঠীৰ লোকসকলে লোকভাষা বা সম্পৰ্ক ভাষা হিচাপে 'সাদৰী' ভাষাটোকে আকোৱালি ল'লে এটা বিশিষ্ট আধুনিক ভাষাৰ জনগোষ্ঠীৰ সৃষ্টি হ'ব। তেনে ক্ষেত্ৰতহে সাওঁতালী ভাষাটো অকল সাওঁতাল খেল আৰু তেওঁলোকৰ উপখেলবোৰৰ মাতৃভাষা হিচাপে হয়তো চৰকাৰে প্ৰথমে সাওঁতালী ভাষাটোকে ৰাষ্ট্ৰীয় পৰ্য্যায়ত স্থান দিছে। অনতিপলমে দেৱনাগৰী লিপিৰ জৰিয়তে সাদৰী ভাষাৰো ৰাষ্ট্ৰীয় স্বীকৃতিৰ বাবে অভিযান হোৱাটো সময় সাপেক্ষ। আন কিছুমান ভাষা যেনে- পৰগণীয়া, কুৰ্মালী, খাৰ্তা, মুণ্ডা, কুৰ্ক, হো আদি ভাষাৰ বাবেও কিছুমান ভাষাপ্ৰেমী সকল আগবাঢ়িবলৈ লৈছে।

সাওঁতাল সকলে নিজৰ মাতৃভাষা হিচাপেও সাওঁতালী ভাষাটোকে গ্ৰহণ কৰি আহিছে। বিহাৰৰ কিছুমান ঠাই যেনে — ঝাৰখণ্ড, পশ্চিমবঙ্গ আৰু অসমত সাওঁতালী ভাষাত কিছু পাঠ্যপুথি আৰু আন কিতাপবোৰও প্ৰকাশিত হৈছে। তেওঁলোকৰ মাজত সাধাৰণ সভা, অভিবৰ্ত্তন আৰু কেইখনমান সন্মিলনী হৈ গৈছে। ওল্‌চিকী লিপিত যথেষ্ট সংখ্যক কিতাপ প্ৰকাশিত হোৱা নাই যদিও ইয়াৰ প্ৰতি জনপ্ৰিয়তা এতিয়াও বিদ্যমান। ঝাৰখণ্ড, বীৰভূম, সিংভূম, মানভূম অথবা গোণ্ডা জিলাৰ ফালে হয়তো কিছুমান কিতাপ প্ৰচলিত আছে। অসমত ওল্‌চিকীৰ প্ৰচাৰ এতিয়াও হোৱা নাই।

সাওঁতালী ভাষাৰ ওপৰত যথেষ্ট চিন্তা-চৰ্চা হৈছে। জনজাতি ভাষা বিভাগৰ জৰিয়তে ৰাঁচি বিশ্ববিদ্যালয়ৰ পৰা সেই অঞ্চলৰ কিছুমান জনজাতি ভাষাৰ শিক্ষা কেতিয়াবাই আৰম্ভ হৈ গৈছে। বৰ্ত্তমান কেন্দ্ৰীয় ভাষা সংস্থান, মহিশূৰৰ যোগেদি এই

ভাষাৰ ওপৰত চকু দিয়া হৈছে উন্নয়নৰ বাবে। অসমত ৰাজনৈতিক, সাহিত্যিক, সামাজিক আৰু ছাত্ৰ তথা যুৱক সংগঠনবোৰ একেটা মঞ্চতে আহি সংগঠিত ভাৱে আগবাঢ়িলে সকলো জনগোষ্ঠীৰ পৰাই সমৰ্থন পাব। চৰকাৰেও এইখিনি একতা বুজিবলৈ পলম নকৰিব। তেওঁলোক একতা, সমন্বয় আৰু প্ৰান্তিকভাৱে আগবাঢ়িব লাগিব একেখন বেনাৰৰ তলত। এনে সংগঠিত পদক্ষেপলৈ আগবাঢ়ি যাওঁতে বাটত পোৱা বাধা-বিঘিনিবোৰক সৰ্গবে স্বীকাৰ কৰি দূৰণিত থকা সু-উচ্চ লক্ষ্য স্থানলৈ ভাগৰি নপৰাকৈ সংগ্ৰামী যাত্ৰা কৰিব লাগিব।

অসম দেশৰ ফুলৰ বাগিচাত সকলোৱে ফুলিবলৈ, বিকশিত হ'বলৈ হ'লে অবুজ ভাৱনাৰে আৰু বুজাব পৰা ভাষাৰে প্ৰতিযোগিতাত নামিব লাগিব। সাংস্কৃতিক যাত্ৰাত সকলোৱে সমভাগী আৰু সহযাত্ৰী। সেই সহযাত্ৰী সকলোৱে সমভাৱে বুজিব লাগিব যে সকলোৱে নিজৰ নিজৰ ভাষা-সাহিত্য সংস্কৃতিৰ বিকাশ কৰিবলৈ আগবাঢ়ি অহাটো সমগ্ৰ অসম তথা ভাৰতবৰ্ষৰ কাৰণেও মঙ্গলজনক।

**ৰোমান লিপি ঃ**

ৰোমান লিপিৰ বিষয়ে ক'বলৈ গ'লে এইটোৱে ক'ব লাগিব যে, যি সকল সাওঁতাল লোক মিচনাৰী সকলৰ দ্বাৰা প্ৰভাৱিত হৈ ইতিমধ্যে খৃষ্ট ধৰ্মলৈ দীক্ষিত হৈছে, তেওঁলোক নৰৱে দেশৰ মাননীয় পি.ও. বোডিওৰ আৱিস্কৃত লিপি ৰোমানকে অনুসৰণ কৰিব খোজে। ৰোমান লিপিৰ বিষয়ে তেওঁ ১৯২৫চনতে কৈছিল। কিন্তু পিচলৈ এই লিপিৰ বিৰুদ্ধে বিভিন্ন সভাত সাওঁতাল সকলেই বিৰোধীতাৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে, যিটো ইতিমধ্যে ব্যাখ্যা কৰা হৈ গৈছে। বাস্তৱ কথাটো হ'ল এইটোৱে যে লিপিৰ বিবাদৰ বাবে সাওঁতাল সকল নিজৰ মাজতে বিভাজিত হ'ব নোখোজে। এইটো ঠিক যে তেওঁলোকে ৰোমান লিপিৰ দ্বাৰা নিজৰ অভিব্যক্তি প্ৰকাশ কৰিবলৈ যথেষ্ট অসুবিধা পাব। ইয়াৰ সু-মীমাংসাৰ বাবে সাওঁতাল সকলে ওল্‌চিকীৰ জৰিয়তে নাইবা উদাৰ ভাৱে সোনকালে এটা উন্নত জাতিৰূপে পৰিগণিত হ'বলৈ হ'লে দেৱনাগৰী লিপিকে আপোন কৰিলে আগবঢ়াটো ৰাষ্ট্ৰীয় হিচাপেই সন্মানজনক হ'ব।

দ' এচিয়াটিক চছাইটি, কলিকতাৰ জেনেৰেল চেক্ৰেটাৰী ডঃ চন্দন ৰায়চৌধুৰীদেৱে ১৯৮৬চনত পি.ও. বোডিঙৰ ওপৰত এটি ভূমিকাত উল্লেখ কৰিছে।

বোডিঙে লিখা 'চন্তাল মেডিচিন এণ্ড কানেক্টেড ফকলোৰ' প্ৰথম, দ্বিতীয় আৰু তৃতীয় খণ্ডৰ সংকলিত কিতাপখনত তেওঁ কৈছে — "P.O. Bodding is a name to conjure with. He was a missionary with a difference. It was he who rescued from oblivion the hidden treasure buried among the Santhals in Bengal and Bihar over long centuries. The Dictionary of the Santal language that he compiled is a movement of dedication, scholarship and dogged perserverance coming from far off Norway. He lived and mixed with the Santal folk of our country as no foreigner had ever done before him. What is most surprising is that he became an authority on Santal language and society and even Santal medicine. Between 1925 and 1940, the fruits of his studies in Santal medicine and Folklore were published by the Asiatic Society in three instalments that soon went out of print. We pay our homage to this great friend and lover of India by republishing the three parts of his well known work in a single volume. Hope, this book will be adored by scholars as well as general readers."

**উপসংহাৰ ঃ**

মহামতি পি.ও. বোডিঙে দি থৈ যোৱা অবদানৰ প্ৰতি সাওঁতাল লোক সকল সদায় ঋণী আৰু তেওঁলোকে সদয় স্মৰণ কৰিব লাগিব বিশেষকৈ বোডিঙে দি থৈ যোৱা লোক-ঔষধৰ গ্ৰন্থাৱলীৰ বাবে। কিন্তু, প্ৰশ্ন হয় আজিলৈকে সকলো সাওঁতাল লোকে ৰোমান লিপিৰ আবিস্কাৰক কিয় সৰ্বসন্মতভাৱে গ্ৰহণ কৰিব নোৱাৰিলে। এইটো তেওঁলোকৰ মাজত এটা ডাঙৰ প্ৰশ্ন। বিশ্লেষণ কৰিলে এইটোৱেই পোৱা যায় যে যদি তেওঁলোকে ৰোমান লিপিখনক মাতৃভাষাৰ লিপি হিচাপে ল'বলৈ যায়, ই কিন্তু মাতৃভাষাক অৱমাননা কৰাকে বুজাব আৰু আনহাতে মাতৃভাষাটোক এটি

কঠিন লিপিৰে প্ৰকাশ কৰিব লাগিব। দ্বিতীয়তে, বহুভাষী সংস্কৃতি সম্পন্ন দেশ ভাৰতবৰ্ষখনত সকলোৱে নিজৰ যি লিপি আছিল তাকেই তেওঁলোকে উন্নত কৰি গৈছে ভাষা সাহিত্যৰ বাবে। সাওঁতাল লোকসকলে নিজৰ দেশৰ লিপিখনকে বিকশিত কৰাই লৈ ভাষা-সাহিত্যৰ বাবে প্ৰয়োগ কৰিব পাৰে। এইধৰণে কৰিবলৈ অপাৰগ হোৱাৰ অন্তৰালত কিছুমান কাৰণ নথকাও নহয়। তেওঁলোক যথেষ্ট সংখ্যক অশিক্ষিত হোৱাৰ বাবে সামাজিক সচেতনতাৰ অভাব দেখা যায়। তাৰ বাবেই তেওঁলোক একতাবদ্ধ হ'ব পৰা নাই। তৃতীয়তে, এইবোৰ কাৰণৰ লগে লগে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে তেওঁলোকৰ প্ৰতি কৰা বিভাজনমূলক ব্যৱহাৰ, কৃষক বিদ্ৰোহ, স্থান পৰিবৰ্ত্তন, জীৱিকাৰ আধাৰত চৰকাৰী বিভাজন, ধৰ্ম পৰিবৰ্ত্তনৰ পৰিণাম আদিৰ বাবে তেওঁলোকৰ লক্ষ্য স্থিৰ কৰাত যথেষ্ট দ্বিধাবোধ হোৱা দেখিবলৈ পোৱা যায়।

দেশৰ বিভিন্ন ৰাজ্যত তেওঁলোকৰ জনসংখ্যা যথেষ্ট আৰু ওচৰ-চুবুৰীয়া ৰাষ্ট্ৰ নেপাল, ভূটান অথবা বাংলাদেশতো তেওঁলোকৰ আপোন মানুহ আছে। এই বিশাল জাতীয় গৌৰৱবোধ তেওঁলোকে ৰাজ্যিক, ৰাষ্ট্ৰীয় আৰু আৱশ্যক অনুসাৰে আন্তৰাষ্ট্ৰীয় একতা হিচাপে কৰিব লাগিব।

কোনো এজন ব্যক্তি বা জাতিয়ে নিজৰ অৱস্থাৰ বিশ্লেষণত অতীতকে দোষাৰোপ কৰি থকাটো কেতিয়াও যুক্তিযুক্ত হ'ব নোৱাৰে। পৃথিৱীৰ ইতিহাসত কিছুমান অচেতন জাতিবোৰৰ অস্তিত্বও নাইকীয়া হৈ গৈছে আৰু বিপৰীতে কিছুমানৰ অতি কম দিনৰ ভিতৰতে এটি সাংস্কৃতিক পৰিচয়ও হৈ আহিছে। এনে ক্ষেত্ৰত সমগ্ৰ ভাৰতবৰ্ষৰ সাওঁতাল জনজাতি লোকসকল ইংৰাজ-ভাৰতৰ পৰিণামৰ প্ৰতি দোষাৰোপ কৰিবলৈ যোৱাৰ বিপৰীতে নিজেই আপোন বুজাবুজিৰে জাতীয় একতাত বান্ধ খাব লাগিব নিজৰ ভৱিষ্যতৰ বাবে। ইয়াৰ কাৰণে লাগিব আত্মবিশ্লেষণ আৰু নিজৰ মাজত আপোচ।

সদৌ শেষত ইয়াকে ক'ব লাগিব যে ইংৰাজৰ অধীনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে দমন মূলক কাম, বিভাজন, পৰিবৰ্ত্তন আৰু শোষণৰ জৰিয়তে তেওঁলোকে নিজৰ বাবে যথেষ্ট কৰি গ'ল্ কিন্তু তেওঁলোকৰ অধীনত থকা শ্ৰমজীৱি লোকসকল অশিক্ষিত হোৱাৰ বাবেই তেওঁলোকক শ্ৰমিকৰ স্তৰতেই থৈ গ'ল। সাওঁতাল লোকসকলকো আজি প্ৰায় তেনে অৱস্থাতেই পোৱা যায়। তেওঁলোকে ধৰ্ম প্ৰচাৰ কৰিলে, ধৰ্মান্তকৰণো

কৰালে, কিন্তু পিচপৰা লোকসকলক শিক্ষাৰ ক্ষেত্ৰত আগনবঢ়ালে। কৰবাত অপ্ৰকাশ্যভাবে আদিবাসী লোক আৰু প্ৰত্যক্ষভাৱে সাওঁতাল লোকসকল আজি অতীতৰ পৰিণামৰ ভুক্তভোগী, অৱহেলিত, একতা বিহীন ভাবে সিঁচৰতি, প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব নোৱাৰাৰ বাবে আত্মজৰ্জৰিত। তেওঁলোকক ইংৰাজ চৰকাৰৰ দৰে আজিৰ চৰকাৰেও বিভাজনতেই ৰাখিব খুজিছে, ব্যৱহাৰ কৰা হৈছে, প্ৰলোভনতে সান্ত্বনা দি থকা হৈছে। বৰ্ত্তমানৰ বয়সস্থ লোকসকলে যদি এইখিনিক গভীৰ ভাবে বুজিবলৈ চেষ্টা নকৰে, তেন্তে তেওঁলোকৰ বংশধৰ সকলে প্ৰথমে তেওঁলোককেই দোষাৰোপ কৰিব। আজিৰ সাংস্কৃতিক প্ৰতিযোগীসকলৰ চাল-চলন তেওঁলোকে নিৰীক্ষণ কৰিব লাগিব, অনুসৰণ কৰিব লাগিব।

গতিকে, এজন পূৰ্ণাংগ মানুহ হিচাপে পৰিচিত হ'বলৈ যিধৰণে তেওঁৰ শাৰীৰিক অৱয়ব, ভাঁষা, সাহিত্য, সংস্কৃতি, কলা আদিৰ সংমিশ্ৰণৰ আৱশ্যক হয়, ঠিক তেনে ধৰণে জাতি এটাৰ পৰিচয় পাবলৈ হ'লেও জনসংখ্যাৰ লগতে, তেওঁলোকৰ নিৰ্দিষ্ট ভাষাৰ লগতে সম্পূৰ্ণ বিকশিত ৰূপৰ আৱশ্যক হয়। সেইখিনি সম্বলেৰে বাচিবলৈ হ'লে প্ৰথমে তেওঁলোকে এজন মানুহ হিচাপে পৰিচিত হ'ব লাগিব আৰু অতীতকে আপোন হিচাপে লৈ বুজা-বুজিৰ মাজতে দৃঢ় ভাৱে নিজৰ দাৰ্শনিক সিদ্ধান্ত প্ৰস্তুত কৰিব লাগিব। জাতীয় শৌধ বনাবলৈ তেওঁলোকে যথেষ্ট ত্যাগ স্বীকাৰ কৰিব লাগিব নিঃস্বাৰ্থ ভাবে।

# অধ্যায় ঃ সপ্তম

**ভাৰতৰ মিশ্ৰিত সংস্কৃতি ঃ**

সংস্কৃতি মানে মানুহৰ বিকশিত শক্তি, শৰীৰ, মন, অভ্যাস আৰু জ্ঞানৰ বিকশিত ৰূপ। আমাৰ শাৰীৰিক উন্নতিৰ কাৰণে শাৰীৰিক বিকশিত সংস্কৃতিৰ আৱশ্যক হয়। কিন্তু আমি মানসিক বা (আধ্যাত্মিক) আত্মিক সংস্কৃতিকো অৱহেলা কৰিব নোৱাৰোঁ। সংস্কৃতিৰ প্ৰকৃত অৰ্থ হ'ল বুদ্ধিৰ বিকাশ-মানৱ সমাজত কলা আৰু বিজ্ঞানৰ বিকাশ। শৈক্ষিক অনুষ্ঠানবোৰ হ'ল সাংস্কৃতিক উন্নতিৰ কেন্দ্ৰস্থল। সেই কাৰণে, বিশ্ববিদ্যালয়বোৰ সাধাৰণতে সংস্কৃতিৰ অনুষ্ঠান হোৱা বাঞ্চনীয়। সেয়ে, সংস্কৃতি এজন ব্যক্তি, স্থান, ৰাজ্য অথবা ৰাষ্ট্ৰৰ প্ৰকৃত স্বৰূপ, ই এটা সম্পূৰ্ণ নিজস্ব পৰিচয়।

আমি গ্ৰীক সংস্কৃতিৰ প্ৰতি ঋণী, কাৰণ সেই সংস্কৃতিৰ পৰম্পৰাগত সমৃদ্ধি আছে— কলা, বিশ্বাস, সামাজিক অনুষ্ঠান অথবা সম্পূৰ্ণকৈ জাতীয় চৰিত্ৰৰ। তেওঁলোক সংস্কৃতিবান, বিকশিত আৰু অগ্ৰজ।

'কালচাৰ' বা 'সংস্কৃতি' শব্দটো মানুহৰ জীৱন প্ৰণালীৰ পৰা সৃষ্ট আৰু সেই জীৱন প্ৰণালী প্ৰথমে আছিল বন্য জন্তু চিকাৰ কৰা আৰু কৃষি কাৰ্যাৰ লগত সম্বন্ধিত। জীৱ-জন্তুৰ পোহপাল আৰু কৃষি কাৰ্যা প্ৰায় আগ-পিচকৈ আৰম্ভ হোৱা বুলি ক'ব লাগিব। সেয়া আছিল প্ৰস্তৰ যুগৰ পিচত। 'কালচাৰ' শব্দটো 'কলটুৰা' শব্দৰ পৰা অহা বুলি ইতিমধ্যে ব্যাখ্যা কৰা গৈছে। সামৰণিত ক'ব লাগিব যে সংস্কৃতিয়ে সামাজিক জীৱন, ধৰ্ম, ভাষা, সাহিত্য, কলা আৰু বাস্তুকলা, উত্থান-পতন, যুদ্ধ আৰু শান্তি, লোকাচাৰ, পোছাক, অলঙ্কাৰ, আহাৰ আৰু আশ্ৰয়ক আকোৱালি লয়। এইটো এটা শব্দ যাৰ মাজেদি সম্পূৰ্ণ জীৱন প্ৰণালী প্ৰকাশ কৰা যায়।

**দেশ ভক্তি :**

ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ক্ৰান্তিকাৰী যুঁজাৰু বিপ্লৱী কবি জ্যোতিপ্ৰসাদ আগৰৱালাই অসমবাসীক আহ্বান কৰাৰ লগতে দেশবাসীক কৈছিল –

'স্বাধীনতা ৰণ নতুবা মৰণ
লোহাৰ শিকলিৰে বান্ধি ল' মন
বজ্ৰ কণ্ঠে বিশ্বক শুনা সত্যৰ জয়গান
বুকুৰ তেজেৰে ধুই দে আজি ভাৰতৰ অপমান,

কবিতা ফাঁকিৰ মূলভাৱে ৰাষ্ট্ৰীয় মনৰ, দেশপ্ৰেমৰ বিষয়ে আমাক অনুপ্ৰাণিত কৰায়। কবিয়ে বিদেশী কবলৰ পৰা ৰাষ্ট্ৰক মুক্ত কৰাবলৈ আৰু সেই স্বতন্ত্ৰতাৰ কাৰণে সকলো দেশবাসীকে আহ্বান জনাইছে নিজৰ তেজ উচৰ্গা কৰিবলৈ। দেশৰক্ষাৰ বাবে দিয়া এই আহ্বানে দেশবাসীক একগোট হ'বলৈ অনুপ্ৰাণিত কৰাইছে। এয়া, পৰম্পৰাগত ভাৰতীয় সংস্কৃতিৰ পবিত্ৰ উদ্ধৃতি, গৰিমা আৰু ৰাষ্ট্ৰীয় একতাৰ আহ্বান।

ভাৰতীয় সংস্কৃতিৰ বিষয়ে আৰু কিছু ব্যাখ্যা দিবলৈ আমি তলত কিছুমান উদাহৰণ আৰু আত্মীক একতাৰ কথা উল্লেখ কৰিবলৈ লৈছোঁ—

"History is the product of two great forces, environment and personality ; the course of action that the famous figures of history can take, must of necessity take into account the surroundings in which they are placed."

বাতাবৰণে দেশৰ ভৌগোলিক স্থিতিলৈ ইঙ্গিত কৰে, ইয়াৰ সাধাৰণ পৰিৱেশ বা অৱস্থা, পৰ্বত-পাহাৰ, উপকূলীয় ৰেখা, নদী, বন-জঙ্গল, নদী-পথ, মৰুভূমি, ভৌগোলিক সীমা আদিয়ে দেশৰ ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু সাংস্কৃতিক দিশত সদায় প্ৰভাৱ পেলাই আহিছে। এই তত্ত্বসমূহৰ দ্বাৰাই মানুহৰ জীৱন ধাৰাত যথেষ্ট প্ৰভাৱ পৰে আৰু সেই হিচাপে পৰিবৰ্ত্তনো আনে।

**ভাৰতবৰ্ষ : হিন্দুস্থান**

**দেশখনৰ বিভিন্ন নাম**

উপমহাদেশ নামেৰে প্ৰসিদ্ধ ভাৰতবৰ্ষখন হিমালয়ৰ পৰা সমুদ্ৰৰ সীমালৈকে বিস্তাৰিত। এই দেশখনকে ভাৰতবৰ্ষ বা ভাৰত দেশ বুলি কোৱা হয়। পৌৰাণিক

আখ্যানমতে ভৰত এজন ৰজা আছিল আৰু তেওঁৰ নামৰ পৰাই ভাৰত হৈছিল। সাতোটা বিশাল দ্বীপৰ সমষ্টি ভাৰতবৰ্ষখনক জম্বুদ্বীপ বুলিও কোৱা হৈছিল, যি দ্বীপ অন্য দ্বীপ সমূহৰ ভিতৰত আটাইতকৈ মধ্যভাগত আছিল। হিন্দু দৰ্শন আৰু শাস্ত্ৰমতে সেই মধ্যভাগৰ পৰাই পৃথিৱীখন দুভাগ হৈছে। বৌদ্ধ ধৰ্মৰ বিশ্বাসমতে জম্বুদ্বীপৰ সীমামুৰীয়া নাম আছিল যিটো যীশুখৃষ্টৰ তিনিশ শতিকাৰ আগতে ব্যৱহাৰ কৰা হৈছিল য'ত চীন দেশৰ বাহিৰৰ ভূ-ভাগ সন্নিবিষ্ট আছিল। সেই বিশাল ভূ-ভাগক মৌৰ্য্য বংশৰ সম্ৰাটে শাসন কৰিছিল।

বৰ্ত্তমানৰ 'ইণ্ডিয়া' বা 'হিন্দুস্থান' নামটো ফৰাচী নাইবা গ্ৰীকসকলৰ আগমনৰ পৰা উল্লেখ হোৱা বুলি ক'ব পৰা যায়। প্ৰথমতে তেওঁলোকৰ আগমনো হিন্দু উপত্যকা বা সিন্ধু প্ৰদেশতে সীমাবদ্ধ আছিল। সেই কাৰণে তেওঁলোকে দেশখনৰ নামো 'সিন্ধু প্ৰদেশ' বুলি জানিলে। যিহেতু ফৰাচী সকলে 'স' টোক 'হ' বুলি উচ্চাৰণ কৰে গতিকে 'সিন্ধু' নামটো 'হিন্দু' হিচাপে ব্যৱহাৰ কৰিলে।

'ইণ্ডিয়া' নামৰ শব্দটোৰ সিন্ধু বা ইংৰাজীৰ 'ইণ্ডাস' অথবা 'হিন্দু' শব্দৰ লগত সামঞ্জস্য ৰাখে। ফৰাচী কাব্যিক উদ্ধৃতি অনুসাৰে আৰু পিচলৈ পূৰ্ণ পৰ্য্যায়ৰ 'হিন্দু' অথবা 'হিন্দ' নাইবা 'হিন্দুস্থান' মধ্যযুগৰ মুছলমান সকলে ব্যৱহাৰ কৰি আহিছে। এই সকলোবোৰ নাম এতিয়াও বিৰাজমান।

সাধাৰণতে ভাৰত মহাদেশখন তিব্বত, চীনদেশ আৰু এচিয়াৰ বাকী দেশ সমূহৰ পৰা সম্পূৰ্ণ বেলেগ। কিন্তু যদিও ই একচেতীয়া বা একাষৰীয়া, তথাপিও ইয়াৰ বিশাল ভৌগোলিক অৱস্থিতিয়ে জাতিসমূহৰ বিভিন্নতা, জলবায়ুৰ স্থান বিশেষে তাৰতম্য, সামাজিক অনৈক্যতা, মাটিৰ জৈৱিক গঠন আৰু ভৌগোলিক বিভিন্নতাৰ গুণ সমূহে বিভিন্ন বাধা-বিঘিনি আতঁৰাই এখন মহাদেশৰ চৰিত্ৰৰে বিভূষিত কৰিছে। এইবোৰ বিশেষত্বই মহাদেশখনক সভ্যতা আৰু সংস্কৃতিৰ বিকাশতো অতীজৰে পৰা ক্ৰিয়া আৰু প্ৰতিক্ৰিয়াৰ শক্তি যোগাই আহিছে, যাৰ ফলত মহাদেশ এখনৰ আখ্যা পাবলৈ সক্ষম হৈছে।

**ভাৰতৰ ভৌগোলিক বিভাজন ঃ**

ভৌগোলিক দিশত ভাৰতবৰ্ষখনক চাৰিটা নিৰ্দিষ্ট ভাগত বিভাজন কৰা হৈছে-

১। উত্তৰৰ পাহাৰীয়া হিমালয় অঞ্চল;

২। উত্তৰৰ বিশাল সমভূমি অঞ্চল;

৩। দাক্ষিণাত্য মালভূমি অঞ্চল; আৰু

৪। পূৰ্বঘাট আৰু পশ্চিমঘাট।

উত্তৰৰ পাহাৰীয়া অঞ্চল বিস্তৃত হৈ আছে কাশ্মীৰ সীমাৰ পৰা পূবলৈ কাঁগড়া, টেহৰী, কুমাওঁন, নেপাল, ভূটান আৰু সু-বিশাল হিমালয় পৰ্বত মালা। এই দীঘলীয়া ২৪০০ কিলোমিটাৰৰ পাহাৰীয়া ভূ-খণ্ডই দেশক সুৰক্ষাৰ দেৱাল হিচাপে থাকি ৰক্ষা কৰি আহিছে। ঠিক সেই ধৰণে, উত্তৰ-পূবত থকা পৰ্বত মালা যিটোৱে পাটকাই আৰু নগা পাহাৰ অঞ্চলক সাঙুৰি লৈ বঙ্গোপসাগৰৰ কাষলৈকে বিস্তৃত হৈ আছে, বাহিৰৰ আক্ৰমণকাৰী সকলৰ পৰা দেশখনক সেই অঞ্চলেদি সুৰক্ষা দি আছে।

হিমালয় অঞ্চলৰ উত্তৰ-পশ্চিম ফালে কেইটামান খোলা দুৱাৰ আছে। এইবোৰক খাইবাৰ, গোমল, বোলান, কুৰাম আৰু টাচি নামেৰে নামাঙ্কন কৰা হৈছে। এইবোৰ পথেদি নিয়মিতভাৱে ভাৰতলৈ প্ৰব্ৰজনকাৰী সকল আহিছিল, বৰ্ত্তমান পাকিস্থানৰ অন্তৰ্গত।

উত্তৰৰ বিশাল সমভূমি অঞ্চলে সিন্ধু উপত্যকা আৰু ইয়াৰ দাঁতি কাষৰীয়া অঞ্চলৰ উপনদী, সিন্ধু প্ৰদেশৰ বালিময় মৰুভূমি আৰু ৰাজস্থানৰ লগতে গঙ্গা, যমুনা আৰু ব্ৰহ্মপুত্ৰ নদীয়ে সাৰুৱাকৈ ৰখা বিস্তৃত অঞ্চলক আকোৱালি লৈছে।

পাহাৰীয়া অঞ্চল আৰু বন-জঙ্গলে দেশৰ দক্ষিণভাগক উত্তৰ অঞ্চলৰ পৰা পৃথক কৰি ৰাখিছে। মহামতি অশোক আৰু সমুদ্ৰগুপ্তই তেতিয়াৰ পৰাই দাক্ষিণাত্য অঞ্চলবোৰক একেটা শাসনৰ তলত আনিবলৈ চেষ্টা কৰিছিল যদিও তেওঁলোক আংশিক ভাৱেহে সফল হৈছিল।

বহু শতাব্দী ধৰি দাক্ষিণাত্য অঞ্চল মুক্ত আৰু স্বতন্ত্ৰ আছিল। মুছলিম সকলৰ শাসনেও এই অঞ্চলত খোপনি পুতিব নোৱাৰিছিল। এই ধৰণে দাক্ষিণাত্য অঞ্চলৰ বৈশিষ্ট্য এটি বেলেগ উদাহৰণ হিচাপে ভাৰতবৰ্ষৰ ৰাজনৈতিক শাসন প্ৰণালীত খ্যাত হৈ আছে।

দাক্ষিণাত্যত থকা ঠেক কিন্তু দীঘলীয়া সামুদ্ৰিক জলপথ পূৰ্বঘাট উপকূলৰ পৰা পশ্চিমঘাট উপকূললৈ লানি নিচিগাকৈ বৃদ্ধি হৈছে যাৰ ভিতৰত কঙ্কন আৰু মালাবৰ উপকূলৰ সাৰুৱাভূমি আৰু ক্ৰমে গোদাবৰী নদী, কৃষ্ণা আৰু কাবেৰী নদীৰ

দুয়োপাৰৰ সাৰুৱা ভূমি বিস্তাৰিত হৈ আছে। দাক্ষিণাত্যৰ মেজ সদৃশ বিস্তাৰিত ভূমিখণ্ড ক্ৰমে আৰবীয়ান সাগৰৰ ফালে সমান্তৰাল ভাৱে প্ৰায় ১১৪০ কিলোমিটাৰ উত্তৰা-দক্ষিণাকৈ জুৰি আছে। যাক পশ্চিমঘাট পৰ্বতমালা আৰু পূবৰফালে ভূমি আৰু বঙ্গোপসাঘৰৰ সীমা ৰেখাত বিস্তাৰিত অঞ্চলক নিম্ন পূৰ্বঘাট বুলি কোৱা হয়। এই চৌদিশৰ বিশাল ভৌগোলিক পৰিসীমাই আমাৰ দৰে এটি উপমহাদেশখনক চাৰিওফালেদি (জল আৰু স্থল) শত্ৰু পক্ষৰ পৰা ৰক্ষা কৰি আহিছে একমাত্ৰ দেশৰ উত্তৰ-পশ্চিমফালে থকা থৰ মৰুভূমিৰ বাহিৰে।

**আদিম ভাৰতীয় সংস্কৃতি ঃ**

তলত উল্লেখ কৰা উদ্ধৃতিৰ পৰা প্ৰাচীন বা আদিম ভাৰতীয় সংস্কৃতিৰ বিষয়ে স্পষ্টকৈ বুজিব পৰা যায়। 'Life and culture in anciant India' নামৰ কিতাপখনত কোৱা হৈছে –

"The primitive Indian culture is maintained by the Forests, Deserts and Mountain Valleys. They have offered shelter to the wild primitive tribes who were deprived of their belongings and driven away from the plains by more civilized conquerors of India. This explains the existence of the Bhils, Kols, Santals, Gonds etc. in the desert, vastness of hills and forests of India. These aborigine tribes have maintained, almost intact, their primitive characteristics. They shun modern civilization and clung to thier primitive culture with great tenacity. Thier dress, diet, mode of behaviour and pattern of life are different from those of ours. The climatic conditions together with the natural surroundings have played a very important role in making aborigine tribes what they are."

(প্ৰাচীন ভাৰতীয় সংস্কৃতি বন-জঙ্গল, মৰুভূমি আৰু পাহাৰীয়া উপত্যকাৰ মাজতে অৱস্থিত। সেই বিলাকে আদিম জনজাতিসকলক আশ্ৰয় প্ৰদান কৰি আহিছে- যিসকলক তেওঁলোকৰ নিজা পৈত্ৰিক সম্পত্তিৰ পৰা বঞ্চিত কৰি তেওঁলোকতকৈ বেছি সভ্যতা

সম্পন্ন আন লোকসকলে কৰবালৈ খেদি পঠালে। এইবোৰ বাখ্যাৰ অৱস্থিতিৰ ভিতৰত ভীল, কোল, সাওঁতাল গোঁণ্ড আদি মানুহ সমূহ পৰে, যিসকল মৰুভূমি, পাহাৰীয়া গভীৰতা আৰু বন-জঙ্গলত বসবাস কৰিছিল। সৃষ্টিৰ আদিম লোকসকলে বাস্তৱিকতে, তেওঁলোকৰ আদিম চৰিত্ৰসমূহ আজিও বৰ্ত্তাই ৰাখিছে। তেওঁলোক এতিয়াও চহৰীয়া হাই-উৰুমি আৰু খৰতকীয়া জীৱনৰ পৰা আঁতৰি থাকে। তেওঁলোকে আধুনিকতাৰ পৰা আঁতৰত থাকি নিজৰ আদিম সংস্কৃতিটোক এতিয়াও জোৰ দি ধৰি ৰাখিছে। তেওঁলোকৰ সাজ-পোছাক, খাদ্য, ব্যৱহাৰ-আচৰণ আৰু জীৱনশৈলী আমাৰ সচৰাচৰ জীৱনৰ পৰা পৃথক দেখা যায়। প্ৰাকৃতিক পৰিৱেশ আৰু অনুবৰ্ত্তিতা, জলবায়ু আদিয়ে আদিম জনজাতি সকলৰ অৱস্থিতি কিতাক আৰু মহত্বপূৰ্ণ কৰি তুলিছে।)

**বিভিন্নতাৰ ভিতৰত অন্তৰ্নিহিত মৌলিক একতা ঃ**

বিশাল বিশ্বখনৰ সংক্ষিপ্ত এখন কিতাপ ৰূপে খ্যাত বিভিন্নতাৰ ভূমি ভাৰতবৰ্ষখনক ভৌগোলিক দৃষ্টিৰে এই ধৰণে কোৱা হৈছে। আন বিশেষত্ব সমূহ হ'ল —

ক) ভৌগোলিক স্থিতিৰ বিভিন্নতা,

খ) জাতিসমূহৰ বিভিন্নতা,

গ) ভাষাসমূহৰ বিভিন্নতা,

ঘ) ধৰ্মসমূহৰ বিভিন্নতা,

ঙ) সামাজিক মৰ্য্যাদা ও স্তৰ, অভ্যাস, সাজ-পোছাক আৰু খাদ্যৰ বিভিন্নতা,

চ) ৰাজনৈতিক অনৈক্যতা।

প্ৰাগ্ ঐতিহাসিক যুগৰে পৰা এনেহেন বিভিন্নতা বৰ্ত্তি থকা স্বত্ত্বেও ভাৰত দেশখন একক ৰূপে ৰৈ আছে বুলি আগতে কৈ অহা হৈছেই।

এজন বিশিষ্ট ইতিহাসবিদৰ নিৰীক্ষণৰ মতে 'বহু খলপীয়া ভৌগোলিক আৰু সামাজিক বিভিন্নতা যেনে - সামাজিক প্ৰকাৰ, ভাষা, পৰম্পৰা, ধৰ্ম আদিয়ে যিকোনো ইতিহাসবিদক গভীৰভাৱে স্পৰ্শ কৰে যিটোৱে হিমালয়ৰ পৰা কুমাৰীকা অন্তৰীপলৈ এটা নিশ্চিত ঐক্য অন্তৰ্নিহিত হৈ থকা এতিয়াও প্ৰকাশ কৰি আহিছে। 'ভাৰতবৰ্ষ' নাইবা 'ভাৰত' নামৰ এটা সংজ্ঞাৰ ভৌগোলিক একতা এটি উদ্ধৃতিৰ দ্বাৰাই উল্লেখ কৰিব পাৰি ঃ

'উত্তৰম্ যৎসমুদ্ৰশ্য
হিমাদ্ৰেদ্‌চৈৱ দক্ষিণম্
বৰ্ষম তদ্ ভাৰতম্ নাম ঃ
ভাৰতী যত্ৰ সন্ততি।' (বিষ্ণু পুৰাণ, ১১, ৩-১)

(সমুদ্ৰৰ উত্তৰে থকা আৰু পৰ্বতমালাৰ দক্ষিণে বিস্তাৰিত দেশখনক ভাৰত বুলি কোৱা হয়; তাত ভাৰতবৰ্ষৰ বংশানুক্ৰমৰ বসবাস বিৰাজমান।)

"গঙ্গে চ যমুনেচৈৱ
গোদাৱৰী সৰস্বতী
নৰ্মদা সিন্ধু কাৱেৰী
জলেশ্মিন সিন্নিধি কুৰুঃ।"

(হিন্দু ধৰ্মাৱলম্বী লোকসকলৰ নিত্য নৈমিত্তিক ধ্যান ধাৰণা আৰু ভক্তি ভাৱনা, প্ৰাৰ্থনা আদিত ৰাষ্ট্ৰ বন্দনাৰে দেশৰ উত্তৰ আৰু দক্ষিণৰ সুবিশাল নদী সমূহৰ পবিত্ৰতাৰ কাৰণে গঙ্গা আৰু যমুনা, গোদাৱৰী আৰু সৰস্বতী তথা নৰ্মদা, সিন্ধু আৰু কাৱেৰী নদীৰ নামেৰে সৈতে সমুদ্ৰ তীৰলৈকে ৰাষ্ট্ৰৰ একতা বিৰাজমান আছিল। এয়া বৈদিক যুগৰে পৰাই গাই অহা হৈছে। এই বৰ্ণনাই দেশৰ বিশালতা, সাংস্কৃতিক আৰু ধাৰ্মিক একতাৰ ধাৰণালৈ সকলোকে স্মৰণ কৰোৱাই জাতীয় একতাৰ প্ৰতি সোঁৱৰণ কৰোৱায়।)

**সাংস্কৃতিক একৰূপ ঃ**

ঋষি-মুনি আৰু সাধু-সন্ত সকলে, ধৰ্মযাজক আৰু তীৰ্থাঙ্কৰ সকলে দেশৰ বিভিন্ন ঠাইত তেওঁলোকৰ সাধনাৰ স্থান পাতিলে। এই ঠাইবোৰ এতিয়া পবিত্ৰ নগৰ হিচাপে পৰিগণিত হৈছে। সেই ঠাইবোৰ হ'ল বাৰাণসী, তক্ষশীলা, মথুৰা, কাঞ্চি, নালন্দা, অৱন্তিকা, জগন্নাথ, মদুৰাই, পুৰী আৰু শৃঙ্গেৰী। শঙ্কৰাচাৰ্য্যই কুমাৰীকাৰ পৰা হিমালয়লৈকে তেওঁৰ বাণী কঢ়িয়াই লৈ গৈছিল বুলি যদি কোৱা হয় তেন্তে চৈতন্য মহাপ্ৰভুই বঙ্গদেশৰ পৰা নিজৰ আধ্যাত্মিক ধাৰণা প্ৰদান কৰিছিল, আৰু তেনেকৈ বৃন্দাবনৰ পৰা মীৰাবাইয়ে গুজৰাটৰ দ্বাৰকালৈ নিজৰ বাণী কঢ়িয়াই লৈ গৈছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে সমগ্ৰ উত্তৰ ভাৰত ভ্ৰমণ কৰি ঘূৰি আহি নিজ প্ৰদেশত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিছিল।

ৰাজনৈতিক ক্ষেত্ৰতো ভাৰতবৰ্ষৰ ডাঙৰ আৰু উদাৰ শাসক সকলে বিভিন্ন সময়ত নিজকে 'চক্ৰৱৰ্ত্তী' বুলি ঘোষণা কৰিছিল। নিজৰ সময়ত সমগ্ৰদেশখনকে শাসন কৰিবলৈ আগবাঢ়ি আহিছিল। চন্দ্ৰগুপ্ত, অশোক আৰু সমুদ্ৰগুপ্তই তেওঁলোকৰ সাৰ্বভৌমত্ব সমগ্ৰ দেশতে প্ৰতিষ্ঠা কৰিছিল। পুৰণি সংস্কৃত সাহিত্যত বাৰে বাৰে প্ৰকাশ পোৱা শব্দবোৰ যেনে - অধিৰাজ, ৰাজধিৰাজ, সমৰাজ, একৰাজ, বিৰাট, বাজপেয়, পুনৰাভিষেক, আয়ন্দ্ৰ মহাভিষেক আদিয়ে তেওঁলোকক ৰাষ্ট্ৰ ব্যাপি সাৰ্ব্বভৌমত্ব থকা হিচাপে পুৰণি হিন্দু ৰাষ্ট্ৰই মান্যতা দি থৈছে।

ভাৰতবৰ্ষত থকা ধৰ্মৰ বিভিন্নতা যেনে - হিন্দু ধৰ্ম, বৌদ্ধ ধৰ্ম, জৈন ধৰ্ম, জোৰাষ্ট্ৰিয়ান ধৰ্ম, খৃষ্টান ধৰ্ম, ইছলাম, ধৰ্ম আৰু শিখ ধৰ্মই পৃথিবীৰ সকলো ধৰ্মকে প্ৰতিনিধিত্ব কৰে। এই বিশাল উপমহাদেশখনত বৰ্ত্তমান ৬৫০ টা ভাষা মানুহে দেশৰ ইমূৰৰ পৰা সিমূৰলৈকে সচৰাচৰ ব্যবহাৰ কৰে আৰু বৰ্ত্তমানে ২৪ টা ভাষাই লিখিত ভাষা হিচাপে দেশখনক প্ৰতিনিধিত্ব কৰি আছে। সেই ভাষাবোৰৰ ভিতৰত যেনে - অসমীয়া, বঙালী, হিন্দী, গুজৰাটী, আৰবী, মাৰাঠী, সিন্ধি, উৰ্দু, পাঞ্জাবী, তামিল, তেলেগু, ৰাজস্থানী, মালায়লম, কানাড়া, নেপালী, মণিপুৰী, কোঙ্কনী, উৰিয়া, ডোগ্ৰী, সাওঁতালী, বড়ো, মৈথিলী, সংস্কৃত, কাশ্মিৰী ইত্যাদি।

এই ধৰণে ভাৰতীয় ইতিহাসে এটি সমূহীয়া ইতিহাস আৰু ৰাষ্ট্ৰীয়তা বহন কৰি আহিছে অতীজৰে পৰা। সমূহীয়া ঐতিহাসিক পৰম্পৰা আৰু ক্ৰমাগত দেশভক্তি আৰু ৰাষ্ট্ৰীয়তাই ৰাষ্ট্ৰৰ সকলো শ্ৰেণীৰ লোককে একত্ৰিত কৰাত পাৰ্য্যমানে সহায় আৰু অৰিহণা যোগাই আহিছে।

ভাৰতীয় সংস্কৃতি আৰু মৌলিক একতা, সেয়ে অতি দ'কৈ শিপাই গৈছে একেলগে। ধৰ্ম, দৰ্শন, পৰম্পৰা, বিশ্বাস, সাহিত্যিক ধাৰণা আৰু সাংস্কৃতিক জীৱন এটি বুনিয়াদী একতা হিচাপে আদিম অৱস্থাৰে পৰা ভাৰতত বিকশিত হৈ আহিছে। এয়া, আজিও বৰ্ত্তি আছে আৰু আগলৈও বৰ্ত্তি থাকিব।

**অসমৰ সঙ্গত-সংস্কৃতি ঃ এটি সমন্বয়**

আৰ্য্য সংস্কৃতিৰ মানুহে সম্ভৱত অসমত (তেতিয়াৰ প্ৰাগজ্যোতিষপুৰ আৰু ক্ৰমে কামৰূপ) খৃষ্ট জন্মৰ ৫ম বা ৪ৰ্থ শতিকাত পদাৰ্পন কৰিছিল, কাৰণ আমি তেতিয়াৰ সময়ৰ কথা মনত পেলাব লাগিব যেতিয়া অসমখন পশ্চিমে বিহাৰলৈকে বিস্তাৰিত

আছিল য'ত বিদেগ মাধৱেই সপ্তম শতিকাত ৰাজত্ব কৰিছিল 'সতপথ ব্ৰাহ্মণত' উল্লেখ থকা অনুসাৰে। স্থানান্তৰিত আৰু উপনিবেশিক চৰিত্ৰৰ সেইবোৰ মানুহ পশ্চিমৰ পৰা ক্ৰমে পূবলৈ বিভিন্ন দল হিচাপে প্ৰৱেশ কৰিলে। তেওঁলোকে অষ্ট্ৰো-এচিয়াটিক ভাষা কৈছিল আৰু জংগল তথা পাহাৰীয়া অঞ্চলত বসবাস কৰিছিল। যদি আমি চীন দেশৰ ইতিহাসটো (১৩২ খৃ.পু) চাওঁ আমি পাওঁ যে আৰ্য্যসকল সেইবোৰ ঠাইয়েদি দক্ষিণ-পূৱ এচিয়াৰ ঠাইলৈ আগুৱাই আহিছিল। আন কিছুমান স্ৰোতৰ দ্বাৰাও প্ৰব্ৰজনকাৰী সকল বা আগন্তুক সকল আহিছিল।

বহু শতিকা জুৰি যিসকল মানুহ স্থানান্তৰিত হৈ উপনিবেশ নাইবা বসতি বিস্তাৰ কৰি আহিছিল, তেওঁলোকে স্থানীয় লোক সকলৰ লগত যথেষ্ট পৰিমানে সংমিশ্ৰিত হ'ল অকল শাৰীৰিক ভাৱেই নহয় বৰং সাংস্কৃতিক হিচাপেও। সেয়ে, আমি অসমত মিশ্ৰিত বা সঙ্গত সংস্কৃতিৰ উদাহৰণ পাওঁ আৰু সেই সংস্কৃতিৰ পৈত্ৰিক পৰম্পৰা বিচাৰি উলিয়াবলৈ সহজলভ্য নহয় যিটো আমি আজি আমাৰ চাৰিওফালে দেখিবলৈ পাইছোঁ।

বৰ্ত্তমান অসমৰ সমাজ গঠনৰ সম্পূৰ্ণ অবয়ৱটো হ'ল- সংস্কৃত। জাতি-প্ৰথা আৰু সনাতন হিন্দু সংস্কাৰৰ লগতে মূল ভাষা হ'ল সংস্কৃতৰে সন্তান য'ত স্থানীয় মংগোলীয়ান অথবা জনজাতি লোকসকলৰ সংস্কৃতিয়ে আৰু নিমজ কৰিছে। জাতি প্ৰথাটোক আৰু উৎসৱ আদিৰ সাংস্কৃতিক বিভিন্নতাই যথেষ্ট পৰিমানে সঞ্জীৱিত কৰি তুলিছে। সাম্প্ৰদায়িক সমন্বয় অসমৰ আৰু এটা সামাজিক বিশেষত্ব।

**ভাৰতৰ ৰাষ্ট্ৰীয় উৎসৱ সমূহ ঃ**

উৎসৱ সমূহ হ'ল পৰম্পৰাগত সংস্কৃতিৰ একাংশ। এই উৎসৱ সমূহৰ প্ৰকৃতি নিৰ্দ্ধাৰিণ কৰা হয় — ঋতু আৰু ধৰ্মৰ আধাৰত অথবা মানুহে পালন কৰি অহা ধৰ্মৰ ওপৰত। তাৰ উপৰি পৰম্পৰাবোৰ কেতিয়াও স্থিতাৱস্থাৰ নহয়, বৰং এইবোৰ জীৱন শৈলী আৰু সামাজিক গতি, ৰীতি-নীতি আৰু বিশ্বাসৰ লগে লগে পৰিবৰ্ত্তন হৈ থাকে। অসম দেশখনো ভাৰতৰ এখন অঙ্গ ৰাজ্য হিচাপে থকা হেতুকে ইয়াৰ উৎসৱ সমূহ ভাৰতৰ ৰাষ্ট্ৰীয় উৎসৱ সমূহৰ লগত সম্বন্ধিত আৰু জড়িত। জন্মাষ্টমী, (শ্ৰীকৃষ্ণৰ জন্ম দিন) সৰস্বতী পূজা, দীপাৱলী বা দেৱালী, দুৰ্গাপূজা আদি উৎসৱ সমূহ দেশৰ সকলো ঠাইতে পালন কৰা হয়। এই উৎসৱ সমূহ স্থানীয় সুবিধা বোৰৰ প্ৰতি লক্ষ্য

ৰাখি ৰাষ্ট্ৰ ব্যাপি একে দিনতে পালন কৰা হয়। কালীপূজা বা দীপাৱলীত ফট্‌কা ফুটোৱা পৰম্পৰাটো তামিলনাডুৰ শিৱকাশীৰ পৰা প্ৰৱৰ্ত্তন হোৱা বুলি ধৰা হৈছে। সেইদৰে দুৰ্গাপূজাতো একেই পৰিৱেশ হয়। অসমৰ বৈষ্ণৱ সম্প্ৰদায়ৰ বাহিৰে আন সকলোৱে কালী গোঁসানীক ইয়াত অতি শ্ৰদ্ধাৰে পূজা কৰে।

**স্থানীয় উৎসৱ সমূহ ঃ**

চহৰৰ দাঁতি কাষৰীয়া অঞ্চলত দুৰ্গাপূজা পালন কৰাটো ৰমণীয় আৰু ভাৱনা প্ৰধান হিচাপে ধৰা হয় বিভিন্ন জাতি, সম্প্ৰদায় আৰু ধৰ্ম নিৰ্বিশেষে। বহু আগৰে পৰা শক্তি পূজাৰ পৰম্পৰা অসমত চলি আহিছে। গুৱাহাটীৰ নিচেই ওচৰতে কামাখ্যা মন্দিৰটো অতীজৰে পৰা শক্তি পূজাৰ আশ্ৰয় স্থল হৈ আহিছে। ইয়াৰ কাষতে থকা উগ্ৰতাৰা, নগৰৰ সোঁফালে অন্য এক শক্তিস্থান। বৈষ্ণৱ গুৰু শ্ৰীশ্ৰী শঙ্কৰদেৱে (১৪৪৯-১৫৬৮চন) প্ৰতিষ্ঠা কৰি থৈ যোৱা ধৰ্মৰ মন্দিৰ আৰু সত্ৰ সমূহ, অসমৰ প্ৰায় প্ৰত্যেক গাওঁতে অৱস্থিত য'ত একে ঈশ্বৰকে পূজা কৰা হয় আৰু কৃষ্ণ-সংস্কৃতিকে আৰাধনা কৰা হয় — যিটো ভাৰতৰ ধাৰ্মিক পৰম্পৰা আৰু শুদ্ধতাত এটি বিশেষত্ব হিচাপে দেখা যায়। অন্য স্থানীয় আৰু পৰম্পৰাগত উৎসৱ সমূহৰ ভিতৰত ওজাপালি, ঢুলীয়া, খুলীয়া, সত্ৰীয়া, ভাওনা, বিহু- ৰঙালী, ভোগালী আৰু কাতিবিহু আদিয়েই অসমৰ প্ৰমুখ উৎসৱ। অৱশ্যে উল্লেখিত বিহু উৎসৱ আদি ক্ৰমে জানুৱাৰী, এপ্ৰিল আৰু চেপ্তেম্বৰ-অক্টোবৰ মাহত শস্য গোটোৱা সময়ৰ লগত সামঞ্জস্য ৰাখি পালন কৰা হয়।

হোলি উৎসৱ বা ফাকুৱা যাক দৌলযাত্ৰা বুলিও কোৱা হয়, অতি জাক-জমকতাৰে গোটেই অসমতে পালন কৰা হয়। অসমৰ বৰপেটাত ৰাজ্যৰ ভিতৰতে অন্যতম হিচাপে পালন কৰা হয়। হোলি উৎসৱৰ গীত তলত উল্লেখ কৰা ধৰণে গোৱা হয় -

শ্যাম কৃষ্ণই হোলি খেলে
অতি আনন্দেৰে,
গোপ-গোপিনীয়ে নাচে
বৃন্দাবনত সকলোৱে একেলগে,
তাকে দেখি ময়ূৰ চৰায়েও

দুয়ো নাচে বনে বনে —
হোলি খেলে আনন্দেৰে
উলহ মালহেৰে।

অন্য এটি বৈষ্ণৱ উৎসৱ হিচাপে প্ৰসিদ্ধ ৰাসমেলাও অতি প্ৰিয়। ৰাসমেলা অসমৰ প্ৰায় প্ৰত্যেকখন ঠাইতে পালন কৰা হয়। মাটিৰ প্ৰতিমূৰ্ত্তি আৰু ঈশ্বৰৰ লীলা আদি সেইবোৰ মূৰ্ত্তিৰ জৰিয়তে দৰ্শোৱা হয় য'ত শ্ৰীকৃষ্ণৰ জীৱনৰ প্ৰত্যেকটো দিশেই কথানক আদিৰ দ্বাৰা প্ৰস্তুত কৰা হয়। কিছুমান ৰাসমেলাত ৰাসলীলা বা ৰাসনৃত্যও প্ৰদৰ্শন কৰোৱা হয়। নামনি অসমৰ নলবাৰীত ভাওনা তথা মঞ্চ নাটকৰ প্ৰদৰ্শনী কৰোৱা হয়।

অসমৰ আটাইতকৈ বৃহৎ আৰু উলহ-মালহেৰে পালন কৰা উৎসৱটো হ'ল ৰঙালী বিহু। কিছুমান ঠাইত এই উৎসৱটো সাতদিন আৰু কিছুমান ঠাইত তিনিদিনকৈ পালন কৰা হয়। ইয়াৰ বাবে চৰকাৰী বন্ধৰ দিন ঘোষণা কৰা হয় সাতদিন অথবা তিনিদিনৰ। কিছুমান ঠাইত স্থানীয় ছুটিৰ দিন হিচাপে সাত দিনকৈ বন্ধৰ ঘোষণা কৰা হয়। বছৰৰ ব'হাগ মাহত পালন কৰা এই উৎসৱটো অতি আদৰৰ আৰু মৰমৰ। একে সময়তে এই উৎসৱটো ভাৰতৰ প্ৰত্যেক ৰাজ্যত বেলেগ বেলেগ নামেৰে পালন কৰা হয়। কিছুমানৰ নাম দিয়া হ'ল তলত উল্লেখ কৰা ধৰণে, যেনে -

**নতুন বছৰৰ উৎসৱস সমূহ ঃ**

১। অসম - বিহু (বৈশাখ অথবা ব'হাগ)
২। চিট্টাগঙ্গ - (বাংলাদেশ) বিযু
৩। ত্ৰিপুৰা - (চাকমা) বিসু
৪। সাওঁতাল - (সকলো ঠাইতে) বিসু
৫। তামিলনাডু - চৈত্ৰ বিসু
৬। হিমাচল প্ৰদেশ - বিসু
৭। কেৰেলা - বিসু (ওনাম)
৮। পাঞ্জাব - বৈশাখী
৯। বড়োজাতি - (অসম) বৈশাগু
১০। নেপালী - (সকলো ঠাইতে) বৈশাখ

১১। বঙালী - (সকলো ঠাইতে) বৈশাখী

১২। ৰাভা - (অসম) বিখু

১৩। কৰ্ণাটক - চন্দ্ৰমানা যুগাদি

১৪। দাক্ষিণাত্য ৰাজ্যসমূহ - পঙ্গোল

অসমৰ অন্য সকলো জনজাতি বা ভাষীকলোকে নতুন বছৰৰ উৎসব পালন কৰে। তেওঁলোকৰ নিজা নামেৰে একেটা মাহতে পালন কৰে, আৰু সেইদৰে ভাৰতৰ অন্য কিছুমান ৰাজ্যতো এই উৎসব পালন কৰা হয় তেওঁলোকৰ স্থানীয় নিজা নামেৰে- নতুন বছৰটোক স্বাগতম জনাবলৈ।

**ৰঙালী বিহুৰ গীত ঃ**

ৰঙালী বিহুৰ গীত কেইশাৰীমান তলত উল্লেখ কৰা হ'ল -

"অতিকৈ চেনেহৰ মুগাৰে মেখেলা
অতিকৈ চেনেহৰ মাকো,
তাতোকৈ চেনেহৰ ব'হাগৰ বিহুটি
নেপাতি কেনেকৈ থাকো?
চ'তে গৈয়ে গৈয়ে বহাগে পালেহি
ফুলিলে ভেবেলি লতা
কৈয়ে থাকোঁ মানে ওৰকে নপৰে
আমাৰে বিহুটিৰ কথা।"

মুগা-পাটৰ শাৰী আৰু ফুলাম গামোচা (দুয়ো বিধেই ঘৰতে বনোৱা) অতি আদৰৰ বস্তু যিবোৰ এনেহেন উৎসৱত অতিকৈ মহত্বপূৰ্ণ। তিৰোতা আৰু ছোৱালী সকলে এনেবোৰ শাৰী পিন্ধি আৰু ল'ৰাবোৰে ফুলাম গামোচা ককালত আৰু মূৰত বান্ধি ঘূৰি-ঘূৰি নাচে। আনকি ৬০ বছৰীয়া মতা আৰু তিৰোতা মানুহবোৰেও এই উৎসৱত নাচিবৰ বাবে সাজি-কাচি আহে অতি শৃঙ্খলাবদ্ধভাবে। ব'হাগ বিহুক আৰম্ভণিতে সমজুৱাকৈ স্বাগতম জনোৱা হয় আৰু শেষত (ব'হাগ মাহৰ শেষত) ব'হাগী বিদায় হিচাপে অতি আনন্দেৰে কিন্তু গভীৰ শ্ৰদ্ধা আৰু ভাৱনা সহকাৰে বিদায় দিয়া হয় আগন্তুক জীৱনত আনন্দেৰে বাচি থকাৰ আশাৰে।

**বিহু কেনেকৈ পালন কৰা হয়?**

মূল বিহুৰ আগদিনাখনক উৰুকা অথবা গৰু বিহু বুলি কোৱা হয়। সেই দিনাখন গাই গৰু বোৰক গা-ধুৱাবলৈ নদীলৈ, পুখুৰীলৈ অথবা তেনেকুৱা সুবিধাজনক ঠাইলৈ লৈ যোৱা হয়। সেই দিনা লক্ষ্মী আইক পূজা কৰা হয়। গাই গৰুবোৰৰ খুড়া আৰু শিঙত তেল দি সেৱা কৰা হয় আৰু খাবলৈ চিৰা, পিঠা, লাড়ু আদি দি নতুন পঘাৰে চাফ্-চিকুণ গোহালিত বান্ধি দিয়া হয়।

পিছদিনা খন মানুহ বিহু অৰ্থাৎ বিহুৰ প্ৰথম দিন। সেই দিনাখনত যিকোনো ঘৰতে সকলোৱে ডাঙৰক ফুলাম গামোচা (বিহুৱান) অথবা বিহুৰ আদৰণি বা উপহাৰ দিয়াৰ লগতে ধুতি অথবা চাদৰ উপহাৰ দি সেৱা জনায়। ডেকা-গাভৰুসকলে ইয়াৰ পিচত হুচৰী গীত গায়, নাচে মানুহৰ ঘৰে ঘৰে আৰু টকা-পইচা খোজে, আশীৰ্বাদো বিচাৰে। দ্বিতীয় দিনাখনৰ পৰা গাওঁৰ ডেকা-গাভৰুসকলে জুম বান্ধি নাচ গান কৰে, আনন্দেৰে ঢোল-পেপা-গগণা বজায়। সেই দিনাখনৰ পৰাই সমজুৱা বা সাৰ্বজনীন বিহু আৰম্ভ হয়। এনেহেন উলহ-মালহৰ উৎসৱ বিহুৰ দ্বিতীয় দিনাখনৰ পৰা সাত দিনলৈকে চলে।

বিহু গীতৰ এফাঁকি তলত উল্লেখ কৰা হ'ল -

"ঈশ্বৰে স্ৰজিলে বোৱালে গানৰে সুৰ
পৰম ব্ৰহ্মাই তাক আথে-বেথে কৰিলে,
দায় দোষ নধৰিবা মোৰ ঐ ৰাইজ সকল
গাই যাওঁ মৰমৰে গীত।

এইটো সচাঁ যে বিহুৰ উৎসৱতো প্ৰাৰ্থনা আৰু ভক্তি-ভাৱনা সমানৰূপেই কৰা হয়, নাচ-গান আদিৰ লগত। অসমৰ সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাত বিহু উৎসৱে মানুহৰ মনজয় কৰে সকলো ভাষীক-ধাৰ্মিক লোক নিৰ্বিশেষে। মানুহে বিশ্বাস কৰে বছৰৰ বিহুৱে মানুহৰ মন পবিত্ৰ কৰে, সাহস দিয়ে, উৎসাহিত কৰে আৰু ভৱিষ্যতে আহিবলগীয়া জীৱনলৈ নতুন প্ৰেৰণা বহন কৰি সুখী আৰু সমৃদ্ধিশালী হ'বলৈ অনুপ্ৰাণিত কৰে।

অন্য দুটা বিহু — কাতি আৰু ভোগালী বিহু সাধাৰণ ভাৱেই পতা হয় আৰু বেছি দিনীয়াও নহয়।

অসমৰ বিভিন্ন জনজাতিৰ লোকে যেনে — মিৰি বা মিচিং, দেউৰী, কাৰ্বি, লালুং, ৰাভা, কোচ-কছাৰী, ডিমাচা-কছাৰী, গাৰো, বড়ো আদি লোকসকলে

পৰম্পৰাগতভাৱে বিহু পালন কৰে স্বকীয় বৈশিষ্টৰে। অসমৰ অন্য জাতি বা ভাষী যেনে — নেপালী, বঙালী, হিন্দী ভাষী, আদিবাসী বা সাওঁতাল লোক সকলে বা মুছলিম লোকসকলেও বিহু পালন কৰে। এনেকুৱা এটা জাতীয় উৎসৱত সাধাৰণতে জাতি,ধৰ্ম, ভাষা, বৰ্ণ নিৰ্বিশেষে সমজুৱা ঠাইলৈ ওলাই আহে আৰু সকলো ফালৰ পৰা সহায় কৰি এই জাতীয় উৎসৱটো সুকলমে সমাপ্ত হোৱাত যৎপৰোনাস্তি সকলোৱে সহায় কৰে। এনে সন্ধিক্ষণত ডেকা-গাভৰু, চেলেণ্ডীয়া সৱে বৃদ্ধও গুৰুজন আৰু সন্মানীয় ব্যক্তি সকলক সেৱা জনাই আশীৰ্বাদ ভিক্ষা কৰে। এই উৎসৱৰ সময়ত অতিকৈ ওচৰ বন্ধুত্ব আৰু বুজাবুজিৰ ভাব অনুভৱ কৰা হয়। আত্মীয়তাৰ বান্ধোন কটকটীয়া কৰা, সুখ আৰু সমৃদ্ধি পাৰস্পৰিকভাৱে আশা কৰাৰ কাৰণে বিহু এটি মাধ্যম, সুযোগ আৰু আপোন বান্ধোন।

**সাওঁতালী সংস্কৃতি ঃ**

**বাহা পৰবৰ গীত ঃ**

যেতিয়া শালগছৰ পাতবোৰ
পাহাৰত সেউজীয়া দেখা যায়
কিমান যে ধুনীয়া,
সেইবোৰ দেখিবলৈ!
    ঘৰৰ সম্পত্তি যে সম্পত্তি যেন নালাগে
    যেতিয়া এটি দুৱাৰৰ কাষতে
এটি সন্তান দেখা পোৱা নাযায়!
সন্তানহীন ঘৰৰ যে সুন্দৰতা একো
    দেখা পাবলৈ নাই।

সাওঁতাল বা সন্তাল লোকসকলে তেওঁলোকৰ পৰম্পৰাগত উৎসৱসমূহ, নৃত্য, পূজা-পাৰ্বন আদিত অতি চহকী। তেওঁলোকৰ উৎসৱবোৰ বছৰৰ নিৰ্দিষ্ট ঋতু আৰু মাহত আৰু অতি অৰ্থপূৰ্ণ ভাৱে পালন কৰা হয়। বাহা, সাহৰায়, কৰম, টুচু, হোলি, ঝুমুৰ, সৰহুল, খলিহানি, ন-খোৱা আদি উৎসৱবোৰ অতি আনন্দেৰে তৈয়াৰীভাৱে আৰু প্ৰকাৰান্তৰে পালন কৰা হয়। কিছুমান উৎসৱ বিবাহৰ লগত সম্বন্ধিত আৰু উৰ্বৰতা আৰু জন্মৰ লগত জড়িত। উৎসৱবোৰৰ লগে লগে কিছুমান সামাজিক নৃত্য

আছে যেনে - লাগ্রে, দাহাৰ, গোলবাৰী ইত্যাদি যিবোৰৰ ৰোমাণ্টিক অৰ্থ অন্তৰ্নিহিত থাকে। সেই উৎসৱ সমূহ তলত দিয়া ধৰণে চমুকৈ বৰ্ণনা দিয়া হ'ল।

**১। বাহা উৎসৱ ঃ**

বাহা পৰৱৰ গীত সমূহে বিবাহৰ পিচত সেই ঘৰত এটি শিশু ওপজা অৰ্থটোক অতি সহজ-সৰল ভাৱে প্ৰস্তুত কৰে। বিবাহ কৰোৱাৰ আচল অৰ্থটো হ'ল সম্পূৰ্ণ দাম্পত্য জীৱনটো সুখময় হোৱাটো। এবাৰ সেই সাওঁতাল দম্পত্তিয়ে বিবাহ ধাৰ্য্য কৰোৱা মানে তেওঁলোকৰ ঘৰত এটি নৱজাত শিশু অহাটো তেওঁলোকৰ কাম্য। এজনী নৱবিবাহিতা পত্নীয়ে এটি শিশুৰ অবিহনে নিজকে অসম্পূৰ্ণ যেন বোধ কৰে। তাই অৱশ্যে এজনী মাঁ হ'ব লাগিব পৌঢ় সকলৰ পৰা সন্মান আহৰণ কৰিবলৈ হ'লে। তাৰ উপৰি এহাল দম্পতীয়ে যেতিয়া নিজৰ পৃথক ঘৰৰ আৰম্ভণী কৰে, ঘৰখনত এটি শিশুৰ অতি আৱশ্যাক কমেও ঘৰখনক এটি সঞ্জীৱিত জীৱন দিবলৈ। প্ৰেম আৰু আনন্দৰ কাৰণেই তেওঁলোকে ল'ৰা সন্তান বিচাৰে। কিন্তু তাতোকৈ আৰু মহত্বপূৰ্ণ কাৰণটো হ'ল অৰ্থনৈতিক সমৰ্থকৰ আৱশ্যকতা। এজনী ঘৈণীয়েক হিচাপে তাই অতি বাধাগ্ৰস্ত হয় যদি তাইৰ ঘৰত কোনো ছোৱালী সন্তানৰ জন্ম হোৱা নাই। তেনে ক্ষেত্ৰত তাই ঘৰৰ ভিতৰুৱা কামত সহায় নাপায়। ঠিক তেনেদৰে এজন গিৰীয়েকেও নিজৰ পথাৰৰ কাম-বন কৰাত যথেষ্ট কষ্ট অনুভৱ কৰে যদি তেওঁক সহায় কৰোঁতা কোনো ল'ৰা সন্তান নাই, নাইবা হাল ধৰিবলৈ সহায় কৰোঁতা কোনো নাই। কাৰণ, তেওঁৰ বুঢ়াকালত তেওঁৰ ল'ৰায়েই হ'ব তেওঁৰ গৰাকী নাইবা একমাত্ৰ সমৰ্থক। বিবাহৰ আগতে সন্তান হোৱাটো আৰু বিবাহৰ পিছত সন্তান নোহোৱাটো এজন সাওঁতাল লোকৰ জীৱনত আটাইতকৈ ভয়াবহ আশংকা।

বাহা পৰৱৰ এঠি অতি পুৰণি পৈত্ৰিক প্ৰথা আছে। এসময়ত দুজন টুডু সম্প্ৰদায়ৰ ল'ৰা কোনোবা এখন জঙ্গলৰ মাজেদি যাওঁতে বোঙ্গাৰ সন্মুখত পৰিল। নিজকে বচাবলৈ দুয়োজন ল'ৰাই এডাল গছৰ খোৰোঙত সোমাই পৰিল। সেই বোঙ্গাবোৰ গছডালৰ ওচৰলৈ আহি সিহঁতৰ শৰীৰেৰে ইয়াৰ চাৰিওফালে নাচিবলৈ ধৰিলে। সেই টুডু ল'ৰা দুজনো এটা সময়ত খোৰোঙাৰ পৰা ওলাই আহিল আৰু সিহঁতৰ লগতে নাচিবলৈ ধৰিলে। বোঙ্গাবোৰে ল'ৰাবোৰৰ তেনে কাৰ্যত অতি আনন্দিত হ'ল আৰু সিহঁত দুয়োজনকে নাচ আৰু বোঙ্গাৰ সেৱা বা কামৰ বিষয়ে সকলো প্ৰকাৰে শিক্ষা দিলে।

বোঙ্গাবোৰে সিহঁতৰ নামৰ বিষয়েও শিকালে ক্ৰমে-জাহেৰ এৰা, মাৰাংবুৰু, পঞ্চম-ষষ্ঠ, গোঁচাই এৰা, পৰগণা বোঙ্গা, মাঝি হাড়াম আৰু বোঙ্গা ছোৱালী যেনে - হিচি, দুমণি, চিত্ৰা আৰু কাত্ৰা। বোঙ্গাসকলৰ পৰা জ্ঞান পোৱাৰ দিনৰে পৰা আজিলৈকে সাওঁতাল লোকসকলে বাহা পৰবটোক তেওঁলোকৰ প্ৰথম পৰব হিচাপে পালন কৰি আহিছে।

**সাহৰায় ঃ**

সাহৰায় পৰব আচলতে এটি বিদায়ৰ বেলিকা মনটোক সহজ কৰাবলৈ, ছোৱালী এজনীক তাইৰ গাওঁৰ প্ৰেমিকৰ পৰা এৰাবলৈ বা আঁতৰ কৰাবলৈ আৰু তাইৰ হ'বলগীয়া বিবাহৰ অনুশাসনৰ লগত সামঞ্জস্য ৰখাবলৈ হাতত লওঁতে পালন কৰা এটি পৰব। এনে কাৰ্য্যৰ অবিহনে বহুতো সাওঁতাল ডেকা-গাভৰুৰ বিবাহৰ বান্ধোন ভাঙি যোৱাও দেখা যায়। বিপৰীতে, এনে অনুশাসনমূলক পদক্ষেপ লোৱাৰ পিচত বহুতো বৈবাহিক সম্বন্ধ সফল হোৱাও দেখা যায়।

যিটো উৎসৱ বা পৰবৰ এনেকুৱা অতি মহত্বপূৰ্ণ ভূমিকা থকা দেখা যায়, ইয়াক বছৰৰ ডিচেম্বৰ বা জানুৱাৰী মাহত পালন কৰা হয় যেতিয়া পথাৰৰ পৰা শস্য চপাই ঘৰলৈ অনা হয় অথবা কিছু আজৰি সময় হাতত থাকে। কোনো নৱাগতৰ জন্ম বা মৃত্যুৰ কাৰণ ঘটিলে, গাওঁত তেনেকুৱা আয়োজনৰ তাৰিখটো পিছুৱাই দিয়া হয়, ভোজ স্থগিত ৰখা হয় আৰু তেতিয়া গাওঁৰ মুৰব্বী বা গাওঁবুঢ়া জনে সমজুৱাকৈ আলোচনা কৰে আৰু এটি নতুন দিন ধাৰ্য্য কৰা হয়। প্ৰত্যেকটো পৰবেই সাতদিন ধৰি চলে। সাহৰায়ৰ শেষৰ দিনটো প্ৰায় পুহ মাহ (জানুৱাৰী) মাহৰ পূৰ্ণিমাৰ ৰাতি সমাপ্ত হয়। ইয়াক এক প্ৰকাৰৰ শস্য চপোৱা পৰব হিচাপেও ধৰা হয়। যিহেতু শস্য চপোৱা বা গোটোৱা হয় হাল-কোৰৰ পৰিণামতহে, গতিকে এই সময়ত গৰু আৰু উৰ্বৰতাৰ প্ৰতি আদৰ আৰু সন্মানো জনোৱা হয়। যেতিয়া সমজুৱাকৈ গৰুক সেৱা জনোৱা কাৰ্য্য শেষ হয়, প্ৰত্যেকটো ঘৰৰে পৰিয়াল সমূহ নিজৰ-নিজৰ গৰু গোহালিলৈ আহে; গোহালিৰ ওচৰত থিয় হৈ গৰুৰ শিঙত তেল দি ঘঁহে, মালিচ কৰে আৰু লগতে গৰুবোৰৰ ওপৰেদি চাউল ছটিয়ায়।

কিছু সময়ৰ পিচত গাওঁৰ তিৰোতা আৰু ছোৱালী মানুহৰ ৰাস্তাত একেলগে জমা হয় আৰু সাহৰায়ক আদৰিবলৈ গান গাবলৈ ধৰে। গানটোৰ কেইশাৰীমান

তলত দিয়া হ'ল -

অ' বাইদেউ অ' বাইদেউ

তুমি যোৱা অ' বাইদেউ

হাতীৰ দৰে গহীন গম্ভীৰ

পৰ্বতটো পালেহি ওচৰ,

তুমি যোৱা পানীৰ লোটালৈ

মই যাওঁ এপিঁয়লা পানীলৈ

যাওঁগে আহা আদৰি আনোঁগে

হাতীৰ দৰে আমাৰ সাহৰায় পৰ্বতটো,

তুমি লোৱা পিয়লা আৰু পানী

মই লওঁ আমাৰ দীঘল নেজীয়া গৰুটো

সেই দীঘল নেজেৰে বিচি বিচি আনোঁগে

অতিকৈ মৰমৰ সহাৰায় পৰ্বতটো।

৩। জীৱেত কৰম ঃ

কৰম গছৰ প্ৰতিষ্ঠা

যদি বাহা পৰ্বটোত এটি সমজুৱা প্ৰচেষ্টাৰে প্ৰেম নিবেদনৰ কাৰণে বোঙ্গাবোৰক জয় কৰিবলগীয়া হয়, তেন্তে জীৱেত কৰম (আনন্দেৰে বাচি থাকিবলৈ) এটি ব্যক্তিগত উৎসব যি উৎসৱে সেই আৰাধনা বা প্ৰেম নিবেদন সফল হোৱাত এখোজ আৰু সহায় কৰে। ওৰাওঁ সকলৰ কৰম পূজাৰ নিচিনাকৈ কিন্তু ই বছৰেকীয়া উৎসব নহয় অথবা গাওঁ এখনে মাত্ৰ পালন কৰিবও নোৱাৰে। বৰং ই এটা বৈকল্পিক বা ব্যক্তিগত ইচ্ছাৰে আৰম্ভ কৰাৰ পিছত গাওঁবাসী সকলে তাত যোগ দিয়ে। এই ভূবীয় পৰ্বটো অলপ সাল-সলনি কৰি আন প্ৰায় পাঁচোটা উদ্দেশ্যত পালন কৰা হয় সেই কৰমবোৰৰ ভিতৰতে। যেতিয়া মাঝি কৰম পালন কৰা হয়, তেতিয়া গাওঁৰ নতুন হেড্‌মেন বা গাওঁবুঢ়াই নিজৰ কাৰ্য্য সম্পাদন কৰে। নিজৰ কামৰ ক্ষেত্ৰত তেওঁ সকলোৰে পৰা সহজে আৰু কল্যাণমূলক সহযোগিতা কামনা কৰে। পাঁচ বছৰৰ মূৰত ডঙ্গুৱা কৰম এবাৰ পালন কৰা হয়, যেতিয়া গাওঁৰ ডেকা-গাভৰুবোৰ বিবাহৰ বাবে উপযুক্ত হৈ উঠে। এনেকুৱা কৰম বহুতো ল'ৰা-ছোৱালীৰ উপস্থিতিত কৰা হয় যদি তেওঁলোকে

বিচাৰে। এজন ওঝাই যেতিয়া নিজৰ কৰ্মখিনি আৰম্ভ কৰে তেতিয়া গুৰু কৰম পালন কৰা হয়। চেলা কৰম পালন কৰাৰ পিচত সেই উৎসৱৰ পৰিসমাপ্তি ঘটে। অন্য কৰমবোৰৰ দৰেই মাকমোৰে কৰমো পালন কৰা হয় যেতিয়া বেমাৰীয়ে কোনো এটা বেমাৰৰ পৰা আৰোগ্য লাভ কৰে। সদৌ শেষত উপচ অথবা জনম কৰম পালন কৰা হয় যেতিয়া পথাৰত প্ৰথম বাৰৰ বাবে শস্যৰ বীজ ৰোপণ কৰা হয়। প্ৰত্যেকটো পৰ্বতে কৰম গছৰ যাদুকৰী শক্তিৰ উপস্থিতি উপলব্ধি কৰা হয় আৰু কৰমক সেৱা শ্ৰদ্ধা জনাই ধন-দৌলত আৰু সতি-সন্ততিৰ কামনা কৰা হয়।

এনেকুৱা আদৰ্শৱান পৰ্ব বা উৎসব প্ৰায় চেপ্তেম্বৰ মাহতে পতা হয়। যেতিয়া এদ্ধাৰ নামে তেতিয়া গাওঁৰ মানুহবোৰ সেইজন মানুহৰ ঘৰলৈ যায় যিজনৰ দ্বাৰা কৰম পৰ্বটো আৰম্ভ কৰা হয়। যেতিয়া সকলোবোৰ একে ঠাইতে জমা হয়, তেতিয়া তেওঁলোকে তলত দিয়া ধৰণে গান গাবলৈ আৰম্ভ কৰে--

তেওঁলোকে গোৱা গানৰ কেইশাৰীমান --

যোগ মাঝি<br>
যোগ মাঝি<br>
হে যোগ মাঝি,<br>
চাকিটো জ্বলোৱা<br>
সাজু হৈ লোৱা,<br>
বাতি আৰু শলিতা<br>
মই হাতত লওঁ<br>
চাকিটো লৈ সাজু হৈ ওলোৱা।

তিৰোতা মানুহবোৰে তেতিয়া অন্য বহুতো সামগ্ৰী যেনে - কুঠাৰ, সেন্দুৰ, তেল, দুবৰি বন, কপাহ, গুৰ-মিঠাই, গাখীৰ, দৈ, চাউলৰ মদ আদি হাতত লৈ যোগমাঝিৰ লগতে আগবাঢ়ে।

যোগমাঝিজনে তেতিয়া সকলো সামগ্ৰী গোটাই লৈ আন্ধাৰত যাত্ৰা আৰম্ভ কৰে আৰু তেওঁৰ পিচে পিচে গান গাই-গাই সদলবলে তেওঁক অনুসৰণ কৰে। যেতিয়া তেওঁলোকে কৰম গছৰ ওচৰলৈ গৈ পায়, তেওঁলোক গছডালৰ চাৰিওফালে থিয় হয় আৰু যোগমাঝিজনে তেওঁৰ হাত ভৰি ধুই শুদ্ধ হোৱাৰ পিচত কৰম গছলৈ

পানী ছটিয়ায়। তেওঁ তেতিয়া এটি চাকি জ্বলায় আৰু গছডালৰ কাষতে থৈ সেইগছৰ দুটা সৰু ডালৰ জৰিয়তে দুডাল ডাঙৰ ডাল বা গছত কপাহৰ সূতা মেৰিয়ায়। তাৰ পিচত সেই ডালৰ আগবোৰত তেল সানি লয় আৰু প্ৰত্যেকটো ডালতে তিনিটাকৈ সেন্দুৰৰ ফোঁট দিয়ে। তেতিয়া তেওঁ এই ধৰণে অত্যন্ত স্থিৰ আৰু ভাবুকতাৰে কৰম গছক সম্বোধন কৰি গান গাবলৈ ধৰে।

যেতিয়া গান গোৱা শেষ হৈ যায়, লগত যোৱা তিৰোতা মানুহ সকলে একেথিৰে চাই থাকে আৰু আতিথ্য পৰিবাৰৰ তিৰোতসকলে এটি বৃত্তত নিজকে সজাই লৈ সেই উচৰ্গিত ডালবোৰলৈ বিচনীৰে বিচিবলৈ আৰম্ভ কৰে। এটি চাকি জ্বলাই দিয়া হয় আৰু হালধি সনা কাপোৰ এখন গছডালৰ চাৰওফালে মেৰিয়াই দিয়া হয়।

গাওঁবাসী সকল গছডালৰ চাৰিওফালে অতি সভক্তিৰে আমঠুকৈ বহে। গুৰুজনে পূৱমুৱাকৈ কৰম মন্ত্ৰ (বাণী) গাবলৈ ধৰে, বাকী সকলেও তেওঁক অনুসৰণ কৰে।

সকলোবোৰ পৰবৰ পিচত তেওঁলোকৰ কিছুমান পৰম্পৰাগত বিশ্বাস আছে। এই কৰমঙো বিশ্বাস কৰে যে ঠাকুৰজ্যুয়ে প্ৰথমে পানীত থকা প্ৰাণীৰ সৃষ্টি কৰিলে ক্ৰমে – কেঁকোৰা, ঘঁৰিয়াল জাতীয় প্ৰাণী, ছুটি সাপ, ঘঁৰিয়াল, পানী গাহৰি, মাছ, মাখি, ক্ৰিমি আৰু সামুদ্ৰিক কাছ।

তেওঁলোকৰ আদিম ঠাই 'হিহিড়ি পিপিড়ি' আৰু তেওঁলোকৰ বিশ্বাসৰ আদিম মানুহ পিলচু হাড়াম আৰু পিলচু বুঢ়ী আদিকো সম্বোধন কৰা হয় তেওঁলোকৰ গানত, যি সকল অতি আনন্দেৰে আৰু নিৰ্বিঘ্নে অথবা নিঃবস্ত্ৰ হিচাপে আদিম দিনত বসবাস কৰিছিল।

**৪। দাশায় পৰব ঃ**

আন উৎসৱবোৰৰ দৰেই দাশায় পৰবো অতি মহত্বপূৰ্ণ নাচ-গান কৰাৰ ক্ষেত্ৰত, কিন্তু ই আন বিলাকতকৈ অলপ বেলেগ।

এই পৰবৰ নাচ-গানবোৰ ছোৱালী আৰু তিৰোতা বিলাকৰ মাজতে আবদ্ধ থাকে। ল'ৰাবোৰে অৱশ্যে মূক নৰ্তক হিচাপেহে নাচত ভাগ লয়। কিন্তু যিসকলে গুৰু বা ওঝাৰ পৰা ঔষধ-পাতি সম্বন্ধীয় জ্ঞান লৈছে বা বৈদ্য হিচাপে আখ্যা পাইছে, তেওঁলোকেহে মাত্ৰ তেনেকুৱা নৃত্যত ভাগ লব পাৰে।

এইবোৰেই হ'ল দাশায় কৰম (প্ৰায় চেপ্তেম্বৰ মাহৰ শেষ)ত পালন কৰা বিভিন্ন

ভঙ্গিমা য'ত নৃত্য, মুক-অভিনয় আৰু সমাধি অথবা মূৰ্চ্ছা যোৱা ভূমিকা লোৱা দেখা যায়।

গাওঁৰ ল'ৰা-ছোৱালীবোৰ একেলগে জমা হয়। তেওঁলোকে নৃত্যৰ বাবে এটি বিশেষ পোছাক পৰিধান কৰে — পুৰোহিতৰ পোচাকৰ দৰে নহয়, কিন্তু ঘাঘ্ৰা বা লহঙা জাতীয় পোছাক, তাৰ ওপৰত ময়ুৰ চৰাইৰ পাখি লগোৱা, লগতে ভায়োলিনৰ নিচিনা বাদ্যযন্ত্ৰ আৰু কৰতাল, মাদল বা ঢোল, ডেজাৰ আদিলৈ তেওঁলোক এটি নিৰ্জন ঠাইলৈ যায়। সেই ঠাইত বৈদ্যজনে মাৰাংবুৰু আৰু পৰগণা বোঙ্গালৈ উচৰ্গা দিয়ে। যেতিয়া তেওঁ এইবোৰ কৰাত ব্যস্ত থাকে, ল'ৰাবোৰে এটা দলত মিলিত হৈ গুণগান কৰিবলৈ ধৰে। হাতত লোৱা কৰতাল বোৰৰ ঘৰ্ষণৰ তালেৰে সৈতে তেওঁলোক ঝুলনা খেলৰ নিচিনাকৈ নাচিবলৈ ধৰে। ময়ুৰৰ পাখিবোৰ ওপৰত ধুনীয়াকৈ ঘুৰাই উচ্চস্বৰে, ভক্তিভাৱেৰে প্ৰাৰ্থনা গাবলৈ ধৰে। যেতিয়া গোটেইখিনি কৰা শেষ হৈ আহে, তেওঁলোকে নাচিবলৈ বন্ধ কৰে, কাপোৰবোৰ কোচাই আমঠুকৈ বহে সকলোৱে।

তেওঁলোকে আৰম্ভ কৰা অভিনয় বা নাটকবোৰ একাদিক্ৰমে অৱতাৰ ধৰা অভিনয়ৰ। ল'ৰাবোৰে এটাৰ পিচত এটাকৈ তেনেকুৱা ৰূপ ধাৰণ কৰি থিয় হয় অথবা কিছু কুজাহৈ সপোনত থকা ভাও ধৰি অচেতন হয় আৰু বোঙ্গাৰ অৱতাৰ ধৰি নিজৰ ব্যাখ্যা বা বক্তব্য দিয়া আৰম্ভ কৰে। বোঙ্গাৰ ভাওৰূপী জন আচল বোঙ্গা নহয় আৰু বোঙ্গাৰ লগত তাৰ কোনো সম্বন্ধও নাথাকে। বাস্তৱিকতে তাক আচল বোঙ্গা নহয় বুলিও ধৰিব পৰা যায়, বৰং নাটকীয় ভূমিকাৰ আত্মা বুলিহে ধৰা হয়। আটাইতকৈ প্ৰথমে ৰূপ ধৰা বোঙ্গাটো হ'ল বোঙ্গা অথবা বঘুত। তাৰ পিচত বহুতো বোঙ্গা এটাৰ পিচত এটাকৈ আহে আৰু সিহঁতৰ অভিনয়বোৰ একাদিক্ৰমে আগবাঢ়ে যি ধৰণে পৰিচালকে আগুৱাই নিবলৈ ইচ্ছা কৰে।

দাশায় অভিনয়ৰ আটাইতকৈ ভিন্ন বিশেষত্ব হ'ল বিভিন্ন জনে নৃত্য বা অভিনয় কৰে বিভিন্ন ভঙ্গিমা বা অৱতাৰত। সেইবোৰৰ ভিতৰত প্ৰধানকৈ হ'ল বঘুত বা বাঘুত বোঙ্গা, হাতী বোঙ্গা, গাই বোঙ্গা, পৰুৱা বোঙ্গা, কৃপন বোঙ্গা, জুগি (সাধু)বা মকৰ বোঙ্গা, সূৰ্য্য বোঙ্গা আৰু বান্দৰ বোঙ্গা অথবা গৰু বোঙ্গা। বকৰ বা লগু৷ বোঙ্গা আৰু ধোবি বোঙ্গা আদিৰো ভাও ভাল ধৰণে কৰা হয়।

যথেষ্ট অভ্যাস কৰাৰ পিচতহে এনে বিভিন্ন ধৰণৰ অভিনয় কৰা হয়। সেই

ধৰণৰ গানৰ সৈতে থাকে আমোদ-প্ৰমোদ আৰু হাস্য-ব্যঙ্গ আদি। তেওঁলোকে বিভিন্ন গাঁৱে গাঁৱে গৈ টকা-পইচা সংগ্ৰহ কৰে আৰু ইয়াৰে একেলগে আনন্দেৰে ভোজ ভাত খায়। নাচ আৰু গানবোৰ অন্য বছৰৰ কাৰণে সাঁচি ৰখা হয়।

৫। ঝুমুৰ নৃত্য ঃ

সাওঁতাল সকলৰ ভিতৰত ঝুমুৰ নৃত্যই বিশেষকৈ চাহ বাগানৰ শ্ৰমিক সকলৰ সংস্কৃতিক প্ৰতিনিধিত্ব কৰে। কৰম বা কৰ্ম পৰব তেওঁলোকৰ বাপতি সাহোন। জাতি, ধৰ্ম, পন্থা নিৰ্বিশেষে চাহবাগানৰ লোক সকলে কৰম পৰব পালন কৰে। ই এটা আত্মীয় সহানুভূতি আৰু একতাৰ প্ৰতীক স্বৰূপ। ঝুমুৰ নৃত্য দৰাচলতে কৰম পৰবক কেন্দ্ৰ কৰিয়েই সমাজৰ সমাদৰ লাভ কৰিছে আৰু এতিয়া অসমৰ সকলো ভাষীক সম্প্ৰদায়েই এই নৃত্যটোক আদৰি লৈছে অতি সাদৰেৰে। ই এটা লোক নৃত্য আৰু ইয়াৰ কোনো ধৰাবন্ধা নিয়ম-নীতি নাই। 'ঝুমুৰ' শব্দটোৰ পৰিভাষা আৰু অৰ্থ বিচাৰি গ'লে আমি পাওঁ 'ঝুম' বা জুম বান্ধি কৰা নৃত্য হিচাপে। আন কিছুমানৰ মতে 'ঝুমুৰ' মানে 'ঝুম' বা 'জুম' আৰু 'মই' মানে গতি কৰা ৰেখা। সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰা সমূহীয়াকৈ নৃত্য কৰা আৰু ই মঞ্চৰ ওপৰত বা খোলা ঠাইত শাৰী শাৰীকৈ নৃত্য কৰা এটি নাচ। পাহাৰত কৰা ঝুম খেতিৰ পৰাও 'ঝুম' বা ঝুমুৰ নৃত্যৰ সৃষ্টি হোৱা বুলি সাধাৰণ মানুহৰ লগতে বহুতো মতবাদী বা সমালোচক সকলে মন্তব্য কৰে।

প্ৰত্যেক বছৰৰ ভাদ মাহৰ একাদশী তিথিত কৰম পূজা বা পৰব পালন কৰা হয়। সিদিনা গাওঁৰ ছোৱালীবোৰে হাতে-হাতে ধৰি ঝুমুৰ নৃত্য কৰে। সেই তিথিৰ দিনাখন এটি অত্যন্ত শোভনীয় পৰিৱেশ হয়। হাতে-হাতে ধৰি এখোজ আগুৱাই এখোজ পিচুৱাই নচা নৃত্যৰ দৃশ্যটো সঁচাকৈ অতি আকৰ্ষণীয়। নৰ্তকীসকলে 'ঝিংগা' ফুল নিজৰ কঁপালত গুজি লয় নৃত্য কৰাৰ সময়ত। তেওঁলোকৰ কিছুমানে আকৌ 'গেন্দা ফুল' বা গন্ধৰাজ ফুলও খোপাত গুজি লয়। নব যৌৱনৰ সন্মূখত তেওঁলোকে সাতৰ পৰা দহজনীমানকৈ একেলগ হৈ ঘুৰি-ঘুৰি নৃত্য কৰে ডেকা ল'ৰা সকলৰ সন্মুখত।

ঝুমুৰ নৃত্য আজি অসমৰ বিভিন্ন সম্প্ৰদায়ৰ সংস্কৃতিৰ মাজত প্ৰতিযোগিতাৰ নৃত্য হিচাপে মঞ্চলৈ আহি পাইছে। নাচনী সকলে বগা শাৰী আৰু ৰঙা ব্লাউজ পিন্ধি নাচে। চুলিৰ খোপাত গেন্দাফুল বা গন্ধৰাজ ফুলৰ থোপা গুজি নাচ আৰম্ভ কৰে।

তেওঁলোকে প্ৰকৃতিৰ লগত সম্বন্ধ স্থাপন কৰে।

ঝুমুৰ নৃত্যৰ কিছুমান প্ৰকাৰ আছে। সেইবোৰ হ'ল — ১। বন্দনা, ২। দনচালিয়া, ৩। ঝিংগা ফুলিয়া, ৪। গলবাৰী, ৫। ভিনচাৰিয়া, ৬। ৰাং অথবা খেমতা। অন্য কিছুমান বিশেষভাৱে প্ৰচলিত নোহোৱা ঝুমুৰ নৃত্যবোৰ হ'ল — ১। বৈঠক খানা, ২। তমদিয়া, ৩। জম্বুপুৰীয়া, ৪। নাগপুৰীয়া, ৫। বিলাসপুৰীয়া, ৬। ছত্তিসগৰীয়া আৰু ৭। লাচুমা ইত্যাদি।

বিশেষকৈ 'বন্দনা'ৰ পৰা ঝুমুৰ নৃত্যৰ গীত আৰম্ভ হয়। এই গানৰ লগে লগে সৰস্বতী আইক পূজা ভক্তি কৰা হয় আৰু দনচালিয়া নৃত্য কৰাৰ লগে লগে ক্ৰমে আন নৃত্যবোৰো আৰম্ভ হয়।

**ঝুমুৰ নৃত্যৰ এটা জনপ্ৰিয় পুৰণি গীত ঃ**

"এটি কলি দুটি পাত
ৰতন পুৰৰ বাগিচাত
লহপহীয়া হাতেৰে
কোনেনো চিণ্ডিলে
অ' কোনেনো চিণ্ডিলে।"

ঝুমুৰ গীতে আচলতে লোক জীৱনক প্ৰতিনিধিত্ব কৰে তেওঁলোকৰ সুখ-দুঃখৰ জীৱন বাগিচাৰ পৰিধিৰ ভিতৰত। তেওঁলোকে নিজৰ মনৰ কথা মাতৃভূমিক সম্বোধন কৰি নিজৰ অভিমত ব্যক্ত কৰে।

'আচাম হামৰ জনম ভূমিৰে
আচাম হামৰ মাতৃভূমি
সবাই মিলে গঢ়িব সোণাৰ আচাম
আচাম হামদেৰ প্ৰাণেৰ প্ৰাণৰে!"

এই ধৰণৰ গান আৰু নৃত্যবোৰ ১৬ বছৰৰ ওপৰৰ ল'ৰা-ছোৱালীবোৰে প্ৰস্তুত কৰে আৰু প্ৰায় পোদ্ধৰ মিনিট সময় ধৰি নৃত্য কৰে।

**৬। সামাজিক নৃত্যসমূহ ঃ**

ওপৰত উল্লেখিত পৰম্পৰাগত পৰব আৰু নৃত্যৰ বাহিৰেও সাওঁতাল সংস্কৃতিত আৰু কিছুমান সামাজিক নৃত্য আছে। যেনে — লাগ্ৰে, ডাহাৰ আৰু গোলবাৰী নৃত্য।

বাহা, সাহৰায় আৰু কৰম পৰৱ আৰু নৃত্যৰ বাহিৰেও কাকো ছুটিয়াৰ উৎসৱৰ সময়ত লাগ্রে নৃত্যৰ প্রমুখতা দেখা পোৱা যায়। এই নৃত্যটো তাহৰি নামেৰে জনাজাত আৰু অত্যন্ত স্তৰীয় বা আদৰণিও। ঢোলবাদকসকলৰ ফালে মুখ কৰি ছোৱালী বা নাচনী সকলে অৰ্দ্ধবৃত্তাকাৰ ৰেখাত থিয় হৈ গানৰ ধ্বনি দিয়ে। নাচৰ আখৰাৰ ঘেৰাৰ ভিতৰত থিয় হৈ তেওঁলোক লাহেকৈ আগফালে হালি পৰে। তাৰ পিচত ঢোলবাদক সকলে ঢোলৰ ধ্বনি বা চেৱ খৰতকীয়া কৰে আৰু নাচনী সকলে অগা-পিচাকৈ নাচৰ চেৱে চেৱে মৃদুভাৱে ধ্বনি আৰম্ভ কৰে।

প্রায় গানবোৰ ভাৱাত্মক অনুভূতিৰ আৰু ৰোমাঞ্চকাৰী। বিভিন্ন চৰাই যেনে - চিলনী, ময়ুৰ, কপৌ আৰু পাৰ চৰায়ে ছোৱালীবোৰক প্রতিনিধিত্ব কৰে আৰু বান্দৰ তথা মাছে ল'ৰাবোৰক প্রতিনিধিত্ব কৰে। ব্যঙ্গাত্মক ভাৱে ৰোমাণ্টিক ভাৱধাৰাৰ উদাহৰণ বা আদর্শ দাঙি ধৰা হয় নাচৰ জৰিয়তে।

প্রেম নিবেদন কৰা কিছুমান উক্তিৰ উল্লেখ পোৱা যায়। যেনে - নদী ভৰা পানীকে খাও পিয়াহ গুচাবলৈ, পানীৰ বাবেই হাবাথুৰি খালো, নিয়ৰৰ টোপালতে ঝুলনা খেলিছোঁ, পাহাৰত কপাহ বুটলি আঙুঠি হেৰুৱালোঁ আদি অকোৱা-পকোৱা ভাষাৰ প্রেম নিবেদন কৰে ডেকা-গাভৰুৱে। এইবোৰ নাচত প্রেমৰ পোনপটীয়া নিবেদন কৰা দেখা নাযায়।

**ডাহাৰ ঃ**

লাগ্রে নাচৰ লগতে সাওঁতাল সকলে ডাহাৰ নৃত্যও সমানে আপোন হিচাপে লোৱা দেখা যায়। এনেবোৰ নাচত ছোৱালীবোৰে কিছু আগবাঢ়ি আহে আৰু মুখোজমান সোঁফালে আওৰাই নাচৰ ভঙ্গিমা প্রদর্শিত কৰে। লাগ্রে নাচৰ নিচিনাকৈ ডাহাৰ নৃত্যতো গাঁৱলীয়া আদৰ্শেৰে প্রেম নিবেদন কৰা দেখা যায়।

**গোলৱাৰী ঃ**

লাগ্রে নাচক যদি সাওঁতাল নাচৰ ছন্দ বুলি ধৰা হয়, তেন্তে গোলৱাৰী নৃত্যক কাব্য বুলি ধৰিব লাগিব। গোলৱাৰী নৃত্যটো প্রায় ৰাতিৰ কাম-কাজবোৰ শেষ কৰাৰ পিচত নাইবা লাগ্রে নাচ আৰম্ভ হোৱাৰ আগতে প্রদর্শন কৰা হয়। সাওঁতাল জীৱনৰ বিভিন্ন দিশ ইয়াত প্রদর্শন কৰোৱা হয় আৰু প্রত্যেকটো দৃশ্য সমূহত অভিনয় মুক-প্রদর্শন কৰোৱা হয়।

অন্য নাচবোৰৰ ভিতৰত হোলি নাচ অথবা ফাকুৱা নাচ, হৰিয়াড়ী নাচ, নৱাখানি নাচ, খলিহানি নাচ আৰু মাঘো তাৰিয়েই প্ৰধান। সেইবোৰৰ কিছুমান কৃষিৰ লগত সম্বন্ধিত আৰু আন কিছুমান ধাৰ্মিক কৰ্মকাণ্ড আৰু কাৰ্য্য বিধিৰ লগত সম্বন্ধিত।

৭। টুচু পূজা :

টুচু সাওঁতাল সকলৰ দেৱী। টুচু দেৱীৰ কাহিনী দিল্লীৰ ঐতিহাসিক বাদশাহৰ লগত সামঞ্জস্য ৰাখি কোৱা হয় যে গুজৰাটৰ কুৰ্মী ৰজাই নিজৰ ৰাজ্য তেতিয়াৰ পঞ্জাবৰ কাজী বীৰবলৰ হাতত গতাবলীয়া হৈছিল। গুজৰাটৰ ৰজাৰ জীয়ৰী ৰুক্মিণী যাক টুচু বুলি মতা হৈছিল, বীৰবলৰ ল'ৰা সীতাৰামৰ লগত প্ৰেমত পৰিছিল। কিন্তু সেই বাদশাহজনে এতিয়া টুচুক বিচাৰে। সেয়ে, টুচুৰ বাপেকে শত্ৰু পক্ষৰ আক্ৰোশ এৰাবলৈ নিজৰ জীয়েকক গতাই দি পলাবলগীয়া হ'ল। তেওঁ সাওঁতাল সকলৰ প্ৰদেশলৈ আহিলে। শেষত ভূমিজ ৰজাজনে টুচু আৰু সীতাৰামৰ বিবাহ সম্পন্ন কৰালে। কিন্তু দুখৰ বিষয় যে অতি সোনকালেই সীতাৰামৰ মৃত্যু হ'ল। এই ঘটনাৰ দুখতে টুচুয়ে সীতাৰামৰ চিতাত জাপ দি আত্মজাহ দিলে। সেয়ে, টুচু দেৱীলৈ ৰূপান্তৰিত হ'ল। তাৰ বিনিময়ত আজিও টুচুক তাইৰ জীৱনৰ নানান্ দিশৰ ব্যাখ্যা দি সন্তুষ্ট কৰা হয়। যেতিয়া টুচু দেৱীৰ প্ৰতিমূৰ্ত্তি মাটি নাইবা ফুলেৰে সজাই মানুহৰ ঘৰে ঘৰে দৰ্শনাৰ্থে লৈ ফুৰোৱা হয়, তেতিয়া ল'ৰাবোৰে ছোৱালীবোৰৰ লগত একেলগে ঢোল মাদল আদিৰ তালে তালে গান গাই গাই যায়। ছোৱালীবোৰে অত্যন্ত আকৰ্ষণীয় ভাবে নাচ গান কৰে। হাতত ৰুমাললৈ নচা এই নাচটো অত্যন্ত আকৰ্ষণীয় দেখা যায়। তেওঁলোকে নাচ-গান কৰি পোৱা টকা-পইচা আদি একেলগে আনন্দেৰে সমজুৱাকৈ ভোজ-ভাত খাই উৎসৱটোৰ পৰিসমাপ্তি কৰে।

৮। দুৰ্গাপূজা আৰু কালীপূজা :

ভাৰতবৰ্ষখন অতীজৰে পৰা বৰ্ত্তমানলৈ হিন্দু ৰাষ্ট্ৰ হিচাপেই জনাজাত। হিন্দু সকলে মহান অৰ্থপূৰ্ণভাবে দীঘলীয়া পৰম্পৰাৰে দুৰ্গাপূজা আৰু কালীপূজা পালন কৰি আহিছে। দুয়োটা উৎসৱেই ৰাষ্ট্ৰীয় উৎসৱ আৰু ভাৰতবৰ্ষত বা অন্য দেশত, য'ত বহু সংখ্যক হিন্দু ধৰ্মৰ মানুহ আছে, এই দুয়োটা উৎসৱে পালন কৰে। ৰজা ৰামচন্দ্ৰই যেতিয়া ৰাৱণৰ লগত যুদ্ধ কৰিছিল, তেতিয়া যথেষ্ট অসুবিধা বোধ কৰিছিল আৰু তাৰ পৰা পৰিত্ৰাণ পাবলৈ দুৰ্গা দেৱীক আৰাধনা কৰিছিল। আৰাধনা কৰাৰ

বাবে সফলতাও লাভ কৰিব পাৰিছিল। তেতিয়াৰে পৰা ভগৱতী দুৰ্গা দেৱীক পূজা কৰি অহা হৈছে শক্তিৰ প্ৰেৰণাৰ স্ৰোত হিচাপে।

আনহাতে কালীপূজা নাইবা দীপাৱলী পালন কৰা হয় সেই আনন্দৰ দিনবোৰক স্মৰণ কৰি যেতিয়া ৰামচন্দ্ৰই নিজৰ বাপেকৰ আজ্ঞা পালন কৰি চৈধ্য বছৰ কাল বনবাস খাটি অযোধ্যালৈ নিজ পৰিবাৰ আৰু ভাতৃ লক্ষ্মণৰ সৈতে ঘূৰি আহিছিল। আজিও সেই দিনবোৰকলৈ ভাৰতীয় মানুহে উলহ-মালহেৰে কটায় অতি সুখ আৰু আনন্দৰ অনুভূতিৰে। বৰ্ত্তমান এই দুয়োটা উৎসৱ মাত্ৰ ১৫ দিনৰ বিৰতি ৰাখি পালন কৰা হয়। দুৰ্গাপূজা ঠিক পূৰ্ণিমা বা পূৰ্ণচন্দ্ৰৰ আগ মূহুৰ্তত আৰু দীপাৱলী আঁউসীৰ সময়ত। সেয়ে, ৰামায়ণৰ কালৰে পৰা এই দুয়োটা উৎসৱ পালন কৰি এহা হৈছে ভাৰতবৰ্ষত। এইদৰে ভাৰতবৰ্ষত মুছলমান আৰু খৃষ্টান সকলৰ বাহিৰে সকলোৱে এই দুয়োটা উৎসৱ অতি আনন্দেৰে পালন কৰে - প্ৰথমটো চাৰিদিনকৈ আৰু দ্বিতীয়টো তিনিদিনকৈ। কিন্তু বৰ্ত্তমান অহিন্দু সকলোলোকেই কম-বেছি পৰিমানে দুৰ্গাপূজা উৎসৱটো পালন কৰি প্ৰেৰণা লাভ কৰে।

অসমত বিভিন্ন জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে এইবোৰ উৎসৱ পালন কৰে তেওঁলোকৰ নিজৰ মৰ্য্যাদাৰে ব্যক্তিগত হিচাপে আৰু সকলো একেলগে হৈ ৰাজহুৱা হিচাপে।

সাওঁতাল সকলৰ পৰম্পৰাগত নিজাকৈ বহুতো পৰব আৰু উৎসৱ আছে কিন্তু তেওঁলোকেও দুৰ্গাপূজাৰ আৰু কালীপূজাৰ প্ৰতি অতি আমোদজনক ভাৱেই আকৰ্ষিত হৈছে। এই দুয়োটা পূজাৰ প্ৰতি আকৰ্ষিত হোৱাৰ মূল আধাৰ হ'ল- ভগৱতী দুৰ্গাৰ আকৰ্ষণীয় প্ৰতিমূৰ্ত্তি আৰু কাল বিনাশিনী কালী গোঁসানীৰ প্ৰতিমূৰ্ত্তি। প্ৰায় চাৰিদিন ধৰি এই দুয়োটা পূজাই পোন্ধৰ দিনৰ বিৰতিত অসমৰ সামূহিক জনগোষ্ঠীৰ মানসিকতা দখল কৰি লয় আৰু তেওঁলোকে শক্তি আৰু আশীৰ্বাদ বিচাৰি আৰু উৎকণ্ঠিত হয়।

সাওঁতাল লোকসকলে অসমৰ বাহিৰত যেনে - ডুমকা, পৰগণা আদি ঠাইত মাত্ৰ দুদিনহে দুৰ্গাপূজা বা কালীপূজা পালন কৰা দেখা যায়। তেওঁলোক বেদী বা মূৰ্ত্তিৰ ওচৰত জমা হয় স-ভক্তিৰে; ওচৰৰ দোকানবোৰৰ পৰা মিঠাই কিনে, কাগজৰ ফুল কিনি ছোৱালীবোৰে কঁপালত গুজি লয় আৰু শাৰী শাৰীকৈ দেৱীৰ মূৰ্ত্তি চাই চাই ঘূৰণীয়া বৃত্তেৰে নাচে, গায় আৰু দুৰ্গাদেৱীৰ প্ৰতিমূৰ্ত্তি চাই ৰাতিটো কটায়।

দ্বিতীয় দিনা বা পিচদিনাখন গাওঁৰ বয়োবৃদ্ধ আৰু তিৰোতা মানুহবোৰ জমা হয় য'ত ছোৱালীবোৰে আগদিনাৰ নিচিনাকৈ বৃত্তাকাৰে নাচ নাচে। এনে পৰম আনন্দৰ পৰা তেওঁলোকে মনোবল আৰু প্ৰেৰণা পোৱা অনুভৱ কৰে।

অসমতো একে ধৰণৰ পদ্ধতি তেওঁলোকে অনুসৰণ কৰে। যেতিয়া প্ৰতিমূৰ্ত্তিটো লৈ অহা হয়, সকলো ল'ৰা তিৰোতা আদি দেৱীৰ প্ৰতিমূৰ্ত্তিটো চাবলৈ ওলাই আহে। অসমত সপ্তমী (বেলবৰণ)ৰ দিনাখন দেৱীক লৈ অনা হয় আৰু ৰাজহুৱা স্থানত বেদী স্থাপন কৰি দুৰ্গাদেৱীৰ মূৰ্ত্তিটো স্থাপন কৰা হয়। মহাষ্টমী (মহা+অষ্টমী) আৰু মহানৱমী দিনাখন দুৰ্গাদেৱীৰ পৰা আশীৰ্বাদ লোৱাৰ আশাত তিৰোতা আৰু ছোৱালীবোৰ অতি উৎকণ্ঠিত হয়। পূজা অত্যন্ত জাক-জমকভাৱে অতিবাহিত হয় আৰু শেষৰ দিনা পূজাৰ ঠাইৰ পৰা মাঁ ভৱানীক নদীত বিসৰ্জন দিবলৈ বা ভাচানি দিয়াবলৈ লৈ যোৱা হয়। আন কিছুমান ঠাইত ভাচানিৰ লগতে ৰাক্ষস ৰাৱণৰ বিৰাট প্ৰতিমূৰ্ত্তি সজাই পানীৰ মাজত থিয় কৰাই এটা ক্ষণত তাত জুই দি ভস্মীভূত কৰোৱা হয়। ধাৰণা মতে হাজাৰ হাজাৰ জন মানুহৰ আগত দৈত্যজনক ধ্বংস কৰা হয় আৰু ইয়াৰ পৰা ভক্ত আৰু দৰ্শক সকলে পৰম আনন্দ আৰু মানসিক প্ৰেৰণাৰ উপলব্ধি কৰে। অৱশ্যে দেৱীক বিসৰ্জন দিয়াৰ সময়ত বহুতো দৰ্শনাৰ্থীৰ হৃদয় অত্যন্ত শ্ৰদ্ধাৰে ভৰি পৰে আৰু দুঃখও অনুভৱ কৰে যদিও আগলৈ আশাপূৰ্ণ জীৱন লৈ বাচি থকাৰ সুখৰ অনুপ্ৰেৰণা লাভ কৰে।

## আদিবাসী সকলৰ প্ৰথম মুক্তি যুঁজাৰু ঃ বাবা তিলকা মাঝি (মুৰ্ম্মু)

ভাৰতৰ লগত বাণিজ্যিক চুক্তি কৰা ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে এটা সময়ত ভাৰতৰ শাসনকৰ্ত্তা হৈ উঠিছিল। তেওঁলোকৰ নিজস্ব ইচ্ছা পূৰণাৰ্থে ভাৰতৰ বিভিন্ন ৰাজ্যত থকা সৰু-সুৰা ৰজা আৰু শাসকসকলৰ মাজত কাজিয়াৰ সৃষ্টি কৰাই দি তাৰ ভিতৰত নিজৰ সুযোগ স্থাপন কৰিছিল।

১৭৫৭ চনত বঙ্গদেশ, বিহাৰ আৰু উৰিষ্যাৰ সম্ৰাট চিৰাজুদ্দৌলাক সেই ধৰণৰ ষড়যন্ত্ৰৰ বলি কৰাই গাদীচ্যুত কৰিছিল আৰু পৰিণামতঃ সেই ৰাজ্যবোৰ সম্ৰাটে বৃটিছ চৰকাৰলৈ হস্তান্তৰ কৰিবলগীয়া হৈছিল।

বিহাৰ, উৰিষ্যা আৰু বঙ্গদেশৰ বিভিন্ন ঠাইত মাজে সময়ে বিবাদ আৰু উত্তেজনা হৈছিল। ৰাজমহল পাহাৰ, হাজাৰিবাগ, ভাগলপুৰ, মোঙ্গেৰ, ভীৰভূম, মানভূম,

ময়ুৰভঞ্জ আদি ঠাইত সাওঁতাল, মুণ্ডা, কোল, ওৰাওঁ, খাড়িয়া, ভূমিজ, পাহাৰীয়া অথবা মালপাহাৰীয়া লোকৰ ঘন বসতি পূর্ণ আছিল সেইঠাইবোৰ। ঐতিহাসিক পলাচী যুদ্ধৰ সাতবছৰ আগতেই সেইবোৰ ঠাইত ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ বীজ বোৱা হৈছিল।

সেই সময়তে ভাগলপুৰ জিলাৰ তিলকপুৰ নামেৰে এখন সৰু গাওঁত এজন স্বাধীনতা প্ৰেমীৰ আবির্ভাব হৈছিল। তেওঁৰ নাম আছিল তিলকা মাঝি। ১৭৫০ চনৰ ফেব্রুৱাৰী মাহৰ ২১ তাৰিখে ৰাতি তিলকা মাঝিৰ জন্ম হৈছিল। তেওঁৰ দেউতা মহেন্দ্ৰ মাঝি (মূৰ্ম্মূ)য়ে গাওঁৰ নাম অনুসাৰে নিজৰ ল'ৰাজনৰ নাম তিলকা বুলি ৰাখিলে। সাওঁতাল সকলৰ কিংবদন্তি মতে তিলকা মাঝিয়ে কুস্তি (মল্ল) বিদ্যা, ধনুর্বিদ্যা, লাঠি চলোৱা, নাচ-গান আদি নিজৰ বাল্য জীৱনতে শিকিছিল। তিলকা মাঝিৰ নিজৰ বাল্য জীৱনৰ পৰাই অন্যায় অত্যাচাৰবোৰ দৃষ্টি গোচৰ হৈছিল।

ইং ১৭৬৫ চনত ইষ্ট-ইণ্ডিয়া কোম্পানীয়ে যেতিয়া বঙ্গদেশৰ বিহাৰত আৰু উৰিষ্যাৰ পৰা ভূমি মালিকীস্বত্ব (স্বত্ব বিলোপ নীতি) গৰাকীৰ পৰা কাঢ়ি ল'লে, কৃষক সকলৰ মাজত হাহাকাৰ বিয়পি পৰিল। পুনৰায়, ১৭৬৭ চনৰ পিচতে ইংৰাজ কোম্পানীয়ে ভাগলপুৰ এলেকাৰ পৰা সম্পূর্ণ অধিকাৰ কাঢ়ি ল'লে। তাৰ লগে লগে কৃষক সকলৰ উৎপাদনৰ যিকোনো বস্তুৰে দাম কমকৈ নির্দ্ধাৰণ কৰি কিনিব ধৰিলে। এই ঘটনাটোকে তিলকা মাঝিয়ে অতি সাহসেৰে নেতৃত্ব দি কৃষকৰ মাজত ক্ৰান্তিৰ বীজ বোৱালে।

যেতিয়া ক্লিওলেণ্ড চাহাব টেক্স কালেক্টৰ হিচাপে ১৭৭৯ চনত ভাগলপুৰলৈ আহিল, ততালিকে তেওঁ সাওঁতাল কৃষকসকলৰ ওপৰত দমন আৰু শোষণ আৰম্ভ কৰি দিলে। লগে লগে আক্ৰমণ আৰু প্ৰত্যাক্ৰমণ আৰম্ভ হ'ল। তিলকা মাঝিৰ আক্ৰমণত তীৰৰ আঘাত পাই কলেক্টৰজনৰ থিতাতে মৃত্যু হ'ল। দুভাৰ্গ্যক্ৰমে আন এজন পুলিচৰ আক্ৰমণত তিলকা মাঝিয়ে হাতত আঘাত পালে। তেওঁক ধৰিলে আৰু গলত ৰচীৰে বান্ধি চহৰৰ মাজেদি চোচৰাই লৈ যোৱা হ'ল। এনে কৰিও ক্ষান্ত নাথাকি তেওঁক গছ এডালত ওলোমাই অত্যন্ত বৰ্বৰতাৰে শ-শ জনৰ সন্মুখত তেওঁক মাৰি পেলোৱা হ'ল। এই জঘন্য অত্যাচাৰ আৰু তিলকা মাঝিৰ মৃত্যুয়ে তেওঁৰ পিচৰ সংগ্ৰামী সকলক অত্যন্ত আঘাত আৰু অনুপ্ৰাণিত কৰিলে। তেওঁৰ পিচত বহু

বীৰ পুৰুষে দেশমাতৃৰ বাবে নিজৰ বহুমূলীয়া জীৱন বিসৰ্জন দি স্বাধীনতাৰ সংগ্ৰাম আগবঢ়ালে।

ইংৰাজ ভাৰতৰ প্ৰথম অৱস্থাৰ পৰাই স্বাধীনতাৰ বাবে যুঁজ দিয়া মুক্তিকামী বীৰ সকলৰ নাম আৰু চন্ তলত উল্লেখ কৰা হ'ল ঃ

| নাম | চন |
|---|---|
| ১। শ্বহীদ তিলকা মাঝি (মূৰ্ম্মু) | ১৭৮০ |
| ২। সিদ্ধু মূৰ্ম্মু, কাণু মূৰ্ম্মু (ভাই-ককাই), ভৈৰব আৰু চান্দ | ১৮৫৫ |
| ৩। বীৰসা মুণ্ডা | ৯/৬/১৯০০ |
| ৪। জিঁতু আৰু অৰ্জুন মূৰ্ম্মু | ১৯৩০ |
| ৫। জেঠা হাচদা, দেব মূৰ্ম্মু | ১৯৩০ |
| ৬। গঙ্গাৰাম ওৰাওঁ | ১৯৪০ |
| ৭। মাঝি সোৰেণ আৰু নাৰায়ণ মূৰ্ম্মু | ২০/২/১৯৪৭ |

**প্ৰকৃতি প্ৰেম আৰু স্বতন্ত্ৰতা প্ৰেমী ঃ**

মানৱ জাতিটো প্ৰকৃতিৰ এটা অঙ্গ। গছ-গছনি, উদ্ভিদ, পাহাৰ, বতাহ, আকাশ, নদী, চৰাই-চিৰিকতি অথবা অন্যান্য প্ৰাণী সমূহো প্ৰকৃতিৰ এটা বিশেষ অঙ্গ। মানৱ জীৱনৰ বহুতো ঘটনা প্ৰকৃতিৰ লগত সম্বন্বিত। প্ৰকৃতিৰ যেতিয়া বাতাবৰণ বা জলবায়ুৰ পৰিবৰ্ত্তন ঘটে, তেতিয়া আমাৰ জীৱন শৈলীৰ কাম-কাজতো পৰিবৰ্ত্তন আহে। এই ধৰণৰ সকলো পৰিবৰ্ত্তনৰ মূল কাৰণ হ'ল প্ৰকৃতি। আমাৰ জীৱনৰ ওপৰত প্ৰকৃতিৰ অতি দ'কৈ ক্ৰিয়া-প্ৰতিক্ৰিয়া আৰু প্ৰভাব পৰে। সেয়ে, প্ৰকৃতিক ভাল পোৱা আৰু নিজৰ দেশক ভালপোৱাৰ মাজত বিশেষ ভিন্নতা থকা দেখা নাযায়।

আমি সূৰ্য্যৰ সন্তান আৰু প্ৰকৃতি আমাৰ মাঁ। আমি পৃথিৱীৰ যিকোনো ঠাইতেই নাথাকোঁ কিয়, প্ৰকৃতিৰ প্ৰভাৱ আমাৰ ওপৰত পৰিবই। এই চিৰসত্যতা সাওঁতাল জনজীৱন বা চাহপাতৰ লগত জীৱন অতিবাহিত কৰা লোক সকলেও পৃথিৱীৰ চিৰন্তন দুঃখ আৰু সুখৰ সমভাগী, জীৱন শৈলী আৰু প্ৰকৃতি প্ৰতিফলনৰ অংশীদাৰ। সেয়ে, প্ৰত্যেকটো মাহ আৰু ঋতুতে তেওঁলোকৰ উৎসৱ আৰু মানৱ জীৱনৰ সুখ-

দুঃখ আদি প্ৰতিনিধিত্ব কৰি প্ৰকৃতিৰ কোলাত প্ৰতিবিম্বিত কৰে। পৰিৱেশ আৰু বাতাবৰণে সেই অনুভূতি আৰু উপলব্ধিবোৰ শুৱনি কৰে প্ৰকৃতিৰ কোলাতে।

চাহ গছৰ পাত সংগ্ৰহ কৰোঁতে জানোচা তেওঁলোকে টকা-পইচা বুটলি লোৱা অনুভৱ কৰে যাৰ লগত সামঞ্জস্য ৰাখি তেওঁলোকৰ জীৱনবোৰ অতিবাহিত হৈ আছে। ইয়াৰ লগতে কেতিয়াবা নাচৰ তালৰ লগতে ঝুমুৰৰ নুপুৰ বাজি উঠে যিবোৰে সদায় প্ৰকৃতিৰ ফুল আৰু পাতৰ লগত সম্বন্ধ ৰাখি আহিছে। তেওঁলোকে ঘৰৰ চোতালত আৰু বেৰত ছবি আঁকে৷ সেইবোৰে অনায়াসে তেওঁলোকৰ মনত অতীতৰ ভুমুকি মাৰি যায়। গাওঁবোৰতো তেওঁলোকৰ ভাৱনা আৰু চেতনা, চিন্তা আৰু আশাৰ প্ৰতি আস্থাৱান আৰু আশ্ৰিত।

আজি তেওঁলোকক আধুনিক প্ৰতিযোগিতাৰ পৰিস্থিতিয়ে বাধ্য কৰাইছে তেওঁলোকৰ সহজ-সৰল জীৱন আৰু শান্ত পাহাৰীয়া পৰিৱেশৰ পৰা ফালৰি কাটি আহিবলৈ। উদ্যোগ আৰু কল-কাৰখানা সমূহে তেওঁলোকক কাঠ পুতলাৰ দৰে ব্যৱহাৰ কৰিছে আৰু তেওঁলোকৰ জন্মস্বত্ব অধিকাৰ, শিক্ষা, জীৱিকাৰ সহজ-সৰল শৈলী জটিল কৰি তেওঁলোকক কল্পনাতীত ভাৱে প্ৰত্যাহ্বানত পেলাইছে। চাহবাগানবোৰত তেওঁলোকৰ বাগানীয়া জীৱনৰ বাহিৰে একো চিন্তা কৰিব নোৱাৰে- আয় কৰা, উপভোগ কৰা, খৰচ কৰাৰ বাহিৰে অন্য উচ্চ চিন্তা তেওঁলোকৰ কল্পনাৰ বাহিৰত। গাওঁ বিলাকত তেওঁলোক হালোৱা, মজুৰি কৰা, শ্ৰমিক বা মজদুৰ, ৰাস্তা আৰু নদীঘাটৰ শ্ৰমিক। আজিৰ উদ্যোগ আৰু কাৰখানাৰ যান্ত্ৰিক পৰিৱেশে তেওঁলোকক এটি সংঘৰ্ষলৈ আগুৱাই লৈ গৈছে য'ত তেওঁলোকৰ অতীতৰ একান্ত সহজ-সৰল জীৱন আৰু বিচাৰিলেও নাপায়। ই মাত্ৰ অতীত ৰোমন্থন তেওঁলোকৰ মনত যদিও পৰিবৰ্ত্তনৰ লগে লগে তেওঁলোকে নিজকে পৰিবৰ্ত্তন কৰাই সময় সাপেক্ষে আগুৱাব লাগিব।

**জীৱনৰ অধিকাৰ ঃ**

মানৱ জীৱনৰ অধিকাৰ মানে জন্মস্বত্ব। যদি এই অধিকাৰৰ হনন হয় বা কোনো তাৰতম্য ঘটোৱা হয়, সাধাৰণতে ভুক্তভোগী সকলৰ পৰা সেইবোৰ অধিকাৰৰ ৰক্ষাৰ্থে বা আত্মৰক্ষাৰ প্ৰস্তুতি হোৱাটো স্বাভাৱিক। সেয়ে, অধিকাৰৰ বিৰুদ্ধে কোনো অঘটন হ'লে তাৰ প্ৰতিবাদ স্বৰূপে যিকোনো ব্যক্তি, সংঘ, ক্লাব, সংগঠন বা জন প্ৰতিনিধি সকলৰ পৰা পদক্ষেপ লোৱাটো সময় সাপেক্ষে উচিত বুলিও ধৰিব লাগিব। যেতিয়া

শান্তিপূৰ্ণভাৱে সমাধানৰ প্ৰচেষ্টাবোৰ বিফল হয়, তেতিয়া ভুক্তভোগীসকলৰ পৰা সদলবলে আৰু সংগঠিত প্ৰতিনিধিত্ব হোৱাটো স্বাভাৱিক হৈ পৰে। নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ আধুনিক জীৱনত সংগ্ৰাম ও সংঘৰ্ষৰ বাহিৰে অন্য বিকল্প পথো দেখা পোৱা নাযায়।

**স্বাধীনতা প্ৰেমী ঃ**

**বীৰসামুণ্ডা আৰু আন শ্বহীদ সকল ঃ**

১৯ শতিকাত ইংৰাজৰ ৰাজত্ব কালত ভাৰতবৰ্ষত বহুতো কৃষক বিদ্ৰোহৰ ঘটনা পোৱা যায়। কৃষিজাত সামগ্ৰীৰ ওপৰত অত্যধিক মাত্ৰাত কৰ লগোৱাত কৃষক সকলৰ অৱস্থা অতি জুৰুলা হৈ পৰে। তেওঁলোকৰ ক্ষমতাৰ বাহিৰত থকা কৰ পৰিশোধ কৰিব নোৱাৰিছিল। যিহেতু অত্যধিক মাত্ৰাৰ কৰ উঠোৱা সহজ নাছিল, সেয়ে চৰকাৰে জোৰ-জুলুমকৈ সেইবোৰ কাম কৰিছিল। তাৰ পৰিণাম স্বৰূপে সাধাৰণ কৃষক শ্ৰেণীয়ে সমজুৱাকৈ বিদ্ৰোহ কৰিছিল। তেওঁলোক অত্যধিক মাত্ৰাৰ কৰৰ বোজা বহন কৰিবলৈ অপাৰগ হৈছিল। এইবোৰ ঘটনাৰ বাস্তৱ ৰূপ পিছলৈ গৈ ৰাষ্ট্ৰব্যাপী কৃষক আন্দোলন লৈ ৰূপান্তৰিত হ'ল। যিসকলে কৰৰ বোজা বহন কৰিব নোৱাৰি বিদ্ৰোহ কৰিবলৈ লাগিল, তেওঁলোকৰ ওপৰত অত্যাচাৰ চলিল। গুলী চালনা, হত্যা, বন্দী কৰি শাস্তি দিয়া আৰু দেশৰ পৰা বাহিৰলৈ নিৰ্ব্বাসন দিয়া আদি অত্যাচাৰবোৰ একেলগে চলালে কোম্পানী চৰকাৰে। স্বাধীনতাৰ ভাৱনাৰ বিৰুদ্ধে অত্যাচাৰ, দমন, শোষণ আৰু নিৰ্যাতন ইত্যাদি ভাৰতীয় মানুহ সকলৰ ওপৰত প্ৰয়োগ কৰা হয় আৰু সেইবোৰ শাস্তিৰ প্ৰতিবাদত শ্বহীদ সকলৰ ৰঙা তেজৰ আখৰেৰে নিজক জীৱন্ত কৰি থৈ গ'ল। দেশ আৰু দহৰ হকে নিজৰ বহুমূলীয়া জীৱন সমৰ্পন কৰি সকলোৰে মৰ্য্যাদা অটুট ৰাখিলে, কিন্তু সেওঁ নামানিলে। অসমৰ পাথৰুঘাট কৃষক বিদ্ৰোহ ইয়াৰ জ্বলন্ত প্ৰমাণ।

"In Aid of Adivasi Cultural Society" নামৰ স্মৃতিগ্ৰন্থত যোৱা ১৫ অক্টোবৰ, ২০০৩ চনত তেজপুৰৰ জিলা পুথি ভঁৰালত হোৱা বীৰসামুণ্ডা শ্বহীদ দিৱসত সাদৰি ভাষাত তলত দিয়া ধৰণে উল্লেখ কৰা হৈছিল। স্মৃতিগ্ৰন্থ খনিত শ্বহীদজনৰ জীৱন কাহিনীৰ লগতে সেই সময়ৰ ঘটনাবলীৰ বিষয়ে উল্লেখ কৰা হৈছে। তলত সাদৰি ভাষাত উল্লেখিত কথাখিনি যথাৰ্থভাৱে তুলি দিয়া হ'ল।

'দেশ লাগিন জান দেবইয়া বীৰসামুণ্ডা'

"টুন্ডুমে ১৯০০ ইশৰীকেৰ ফৰবৰীকেৰ দিনা চৰকাৰ বিৰোধী কাম কৰলেক লাগিন বীৰসামুণ্ডাকে গিৰযুগৰ কৰলাই, বীৰসাকেৰ চেলা মান উকে ছোড়ায়েক চেষ্টা কৰবা এউন সোচকে খন্তি হোইকে উকে দিছে ৰাঁচি লিয়ে গেলোয়েন। ৰাঁচিকেৰ জেলখানা মে বীৰসামুণ্ডা অউৰ উকৰ চেলা মানকে বহুত চকত সে হাথ গোড় বাঁইধ কে ৰাখ লায়েঁন। বীৰসাকে ভূখে-প্যাসে ৰাইখ কে অত্যাচাৰ কাৰকে সে উকৰ গতৰ কেৰ আগে কেৰ শক্তি ঘইট আলোক অউৰ শৰীৰ লাক মায়ে গেলাক।"

"বীৰসামুণ্ডাকেৰ মুখীয়া চিন্তা হোলাক কইচন উকৰ চাইৰ সৌ চেলা মানকে জেলখানাকেৰ কইদ ছোড়াইলেক পাবায় অউৰ উকৰ ছেড়াল আন্দোলন চালু ৰহী উৰো আপন চেলা মানকে হাকিন কেৰ চামনে উকৰ বিষায়ে মে কোনো নি জানিল বইলকে যোলেক লাগিন চালাই দেলাক। সব ৰকমকেৰ অসাহ বা অত্যাচাৰ উৎপীড়ন অউৰ শাস্তি চহতে-চহতে আখিৰ মে উৰো বেমাৰ পইড় গেলাক অউৰ ১৯০০ ই শৰী কে ৯ (নউ) জুন কেৰ দিনা এই ধাৰতি কে ছোইড়কে চইল বসলাক সেখান তনহিত সে উকৰ বিচাৰ চলতে ৰহলাক।"

ওপৰৰ কথাফাঁকি ইংৰাজীত অনুবাদ কৰি তলত দিয়া হ'ল -

"Birsha Munda offered him for the Nation"

"In Tundu, Birsha Munda was arrested on 3rd February 1900 A.D. for accusing him doing some anti-goverment works. Thinking his followers might try for his release, he was immediately taken to Ranchi Jail. Birsha Munda and his followers were put there tiding with the rope in hand and feet. For keeping him hungry and thirstier, his health broke down than earlier and his body became lean and thin. The chief of the village, taking four hundred followers continued their agitation to release him from the Jail. He suggested his followers to tell before the magistrate that they did not know about him. He bore all unbearable torture and repression and gradually, he fell ill and on 9th June 1900 A.D. he left this

world after which the judgement continued on him."

**অসমীয়া সামাজিক জীৱনলৈ সাওঁতাল সকলৰ অৱদান ঃ**

অসমীয়া সামাজিক জীৱনলৈ সাওঁতাল সকলৰ অৱদান বিভিন্ন দিশৰ পৰাই যথেষ্ট বুলি ক'ব লাগিব। তেওঁলোক অসমৰ ২৩ খন জিলাতেই কম-বেছি পৰিমানে আছে। অসমত চাহ খেতি আৰম্ভ হোৱাৰ সময়ৰে পৰা, ১৮৮৯ চনত উজনি অসমৰ ডিগবৈত তেলৰ কুপ খনন কাৰ্য্য আৰম্ভ হোৱাৰে পৰা আদিবাসী লোকসকলে এইবোৰ দিশত নিজৰ বংশানুক্ৰমে জীৱন উচৰ্গা কৰি আহিছে। অসমত প্ৰথম (ৰেলৰে লাইন) ৰেলপথ প্ৰতিষ্ঠা কৰাৰে পৰা অথবা অসমৰ মাজেদি পূৱা-পশ্চিমাকৈ বনোৱা ধোদৰ আলিৰ সময়ৰ পৰাই তেওঁলোকে নিজৰ শাৰীৰিক অথবা মানসিক শ্ৰমদান কৰি আহিছে।

অসমৰ আটাইতকৈ ডাঙৰ উদ্যোগটো হ'ল চাহ উদ্যোগ। অসমৰ অৰ্থনীতিত এই চাহ উদ্যোগে অত্যধিক মাত্ৰাত আয় কৰি আহিছে। আৰম্ভণিৰে পৰা বৰ্ত্তমান পৰ্য্যন্ত চাহখেতিত কাম কৰা তেওঁলোকৰ বংশানুৰূপে ক্ৰমে ব্যৱসায়ীক বৃত্তি হিচাপে চলি আহিছে।

শিক্ষাৰ মাধ্যমেদি তেওঁলোকে নিজকে অসমীয়া হিচাপে পৰিচয় দি আহিছে। কাৰণ অসমীয়া ভাষাৰ মাধ্যমেদি তেওঁলোকে শিক্ষা লাভ কৰিছে। এইটোৱে তেওঁলোকক নিজক প্ৰকাশ কৰাৰ এটি সুগম পথ প্ৰদৰ্শন কৰাইছে। বিপৰীতে, তেওঁলোকৰ বহুতো ন-পুৰণি লিখকে অসমীয়া ভাষা-সাহিত্য চহকী কৰিছে বিভিন্ন কিতাপবোৰৰ মাধ্যমেদি। তেওঁলোকে নিজৰ সংস্কৃতি, ৰীতি-নীতি, সংস্কাৰ, পৰম্পৰাগত উৎসৱ আদি পালন কৰে, কিন্তু লগতে অসমীয়া সংস্কৃতি-সংগীত, নাচ-গান, নাটক, আনন্দ উপভোগ তথা পোছাক আৰু গহণা-পাতিও আকোৱালি লৈছে। সেয়ে, অসমীয়া সংস্কৃতিলৈ অৱদান দিয়াৰ লগতে তেওঁলোকে নিজৰো সমাজ আৰু সংস্কৃতি চহকী কৰিছে। ভৱিষ্যতে আৰু উন্নতি কৰিবলৈ হ'লে তেওঁলোকে নিজৰ সাংস্কৃতিক পৰিচয়, লিপি, ভাষা আৰু সাহিত্যৰ মাধ্যমেদি কৰিব লাগিব। সময় আহি পৰিছে, তেওঁলোকে বুজি পাব লাগিব।

**জীৱনৰ মূল্য ঃ**

আদিবাসী লোক সকল অথবা সাওঁতাললোক যিসকলে নিজৰ মূল্যবান

জীৱনবোৰ অসমৰ সেউজীয়া চাহগছৰ পাতৰ মাজত উচৰ্গা কৰি আহিছে, আজি ই এটা সন্মানীয় পৰম্পৰা হৈ পৰিছে। তেওঁলোকৰ বহুতেই নিজকে উচৰ্গা ইতিমধ্যে কৰিলেই অসমৰ চাহ উদ্যোগৰ উন্নতিৰ কাৰণে, যদিও তেওঁলোকক অতীজৰে পৰা সিমান ভাল ধৰণে কোম্পানীয়ে ব্যৱহাৰ কৰি অহা নাই। এটি গানৰ মাধ্যমেদি তেনেকুৱা ব্যৱহাৰৰ উদ্ধৃতি ইয়াত উল্লেখ কৰা হ'ল - গানটো ঝুমুৰ নৃত্যৰ লগত সাধাৰণতে গোৱা হয় -

"সৰদাৰ বোলে কাম কাম
বাবু বোলে ধৰে আন
চাহাব বোলে লি'ব পিঠৈৰ চাম
ৰে নিঠুৰ চাম
ফাঁকি দিয়া আনিলা আসাম।"

অনুবাদ —

(The Sorder (leader) tells only the service
the officer tells catch and bring him
the manager wants to skin out him
O, the cruels
You brought us Assam by flowery faults)

চাহবাগানবোৰ তেওঁলোকৰ সৰু এখন বিশ্ব য'ত তেওঁলোকে নিজৰ সৰ্বস্ব হেৰুৱাই চাহখেতিৰ জৰিয়তে ৰাষ্ট্ৰখনক অৰ্থনৈতিক ভাৱে ধনী কৰিব বিচাৰিছে। তেওঁলোকৰ বহুতো পূৰ্বজ সকলে নিজৰ জীৱন উচৰ্গা কৰিলে, ত্যাগ কৰিলে আৰু দান দিলে চাহ উদ্যোগৰ বিনিময়ত, কিন্তু তেওঁলোকৰ নিজৰ বাবে এসাজ খাই জীয়াই থকাৰ বাহিৰে আৰু একো সম্বল সাঁচি ৰখা নাই। কিন্তু ৰাষ্ট্ৰখনে যথেষ্ট পৰিমানৰ মুদ্ৰা আয় কৰে। ই কিন্তু অত্যন্ত গভীৰ চিন্তাৰ বিষয়। তেওঁলোকে নিজকে উচৰ্গা কৰে দেশৰ উন্নতিৰ হকে আৰু অবিৰত ভাৱে সংগ্ৰাম কৰে নিজৰ প্ৰাপ্যখিনিৰ বাবে।

**সাহিত্যিক অৱদান ঃ**

সাওঁতাল বা আদিবাসী লোকসকল গাওঁতেই বা চাহবাগানতেই নাথাকক কিয়, তেওঁলোকে অসমৰ সমাজ গঠনত, সাহিত্যিক আৰু সংস্কৃতিক দিশত যথেষ্ট অৰিহণা

যোগাই আহিছে। কিছুমান নামজ্বলা আৰু অসমীয়া সাহিত্যত প্ৰসিদ্ধি লাভ কৰা লিখক সকলৰ নাম তলত উল্লেখ কৰা হ'ল -

লিখক সকলৰ নাম ঃ-

১। শ্ৰী বাকী প্ৰসাদ তেলেঙ্গা
২। শ্ৰী দেউৰাম তাচা
৩। " প্ৰভাত ৰঞ্জন সিন্‌হা
৪। " প্ৰহ্লাদ চন্দ্ৰ তাচা
৫। " ডঃ পি.চি. হেম্বৰম্
৬। " সঞ্জয় কুমাৰ তাঁতী
৭। " সমীৰ তাঁতী
৮। " চেনীৰাম কুৰ্ম্মী
৯। " কৃষ্ণকায় মাঝী
১০। " কমল চন্দ্ৰ মূৰ্ম্মু
১১। " নাৰায়ণ সাহ
১২। " গণেশ চন্দ্ৰ কুৰ্ম্মী
১৩। " নাৰায়ণ ঘাটোৱাৰ
১৪। " গাইন্দা ওৰাওঁ
১৫। " দীলেশ্বৰ তাঁতী
১৬। " অবিনাশ হৰো
১৭। " গৌড় মাহাতো
১৮। " বেঞ্জামিন সোৰেণ
১৯। " বুলু তাঁতী
২০। " ভৰত টুডু
২১। " প্ৰহ্লাদ মাঝী
২২। " পৃথ্বী মাঝী
২৩। " মাৰ্চিয়েল মূৰ্ম্মু
২৪। শ্ৰীমতী কেথেৰাইন বাস্কি
২৫। " নিৰুল ঝাৰিয়া
২৬। শ্ৰীমতী মেঘৰাজ কৰ্মকাৰ।

আন কিছুমান লিখকে মুখপত্ৰ, বাতৰি কাকত আৰু সংবাদ মাধ্যমৰ জৰিয়তে নিজকে নতুন লিখক হিচাপে নিজৰ নাম প্ৰকাশিত কৰাইছে। তেওঁলোকৰ নামবোৰ তলত দিয়া হ'ল –

নতুন লিখক সকলৰ নাম ঃ-

১। শ্ৰী মনিষ ঠাকুৰ
২। শ্ৰী মৃদুল সাহ
৩। " বিশেশ্বৰ বৰাইক
৪। " টংকেশ্বৰ গোৱালা
৫। " উমেশ বৰাইক
৬। " ৰবি খাড়িয়া
৭। " বিমলা দাস
৮। " পদুমী বালা গাজলু
৯। " জয়ন্তী হেম্বৰম্
১০। " প্ৰভুদান সোৰেণ
১১। " স্বৰূপা সাহ।

বিভিন্ন লিখকৰ প্ৰকাশিত মহত্বপূৰ্ণ গ্ৰন্থসমূহ ঃ

1. Santali : A Natural Language
2. Luit Pariya Aami Asomiya
3. Shaluk vachan.
4. Dumkas Geet.
5. Maadal
6. Kurmi Kshetriya Samaj
7. Karam Parav
8. Jhumur Geet
9. Tusu geetar majhe-majhe
10. Banuwa Sanskritik jiwanaat Ebhumuki
11. Chah Banuwar Maajat Prachalita Saadhukatha
12. Eti kali duti Paat
13. Chah Majduror Lokgeet
14. Seuji Patar Kahini

অনা-সাওঁতাল লিখক সকল ঃ

অসমৰ চাহবাগানৰ জীৱন বা সাওঁতাল সকলৰ গাঁৱলীয়া জীৱনৰ বিষয়ে অনা সাওঁতাললোক সকলেও যথেষ্ট পৰিমানে কিতাপ লিখিছে। তেওঁলোকৰ ভিতৰত মুখ্যত ঃ

1. Dr. Amalendu Guha
2. Dr. Birendra Kumar Bhattacharjee
3. Dr. Hiren Gohai
4. Sri Biren Barkatoki
5. Dr. Jogesh Das
6. Sri Mahim Borah
7. Dr. Bhupen Hazarika
8. Late Nirodh Choudhury
9. Sri Nalinidhar Bhattacharjee

10. Prof. Nolini Dutta

11. Sri Mahendra Dutta

12. Sri Mahendra Borthakur and the peoples poet, singer, musician, dramatist and life-long revolutionary artist Late Jyoti Prasad Agarwala (Second to Sri Sri Sankardev) and his whole family who were entangled with the upliftment of the Adivasi people of Assam.

অসমখন নানান্ জাতি আৰু ভাষীক জাতি বা সম্প্ৰদায়ৰ দেশ। ই এখন সংস্কৃতিৰ ৰঙ্গভূমি আৰু সেয়ে, উক্ত বিভিন্ন সম্প্ৰদায় বা ভাষীক জাতি সমূহে নিজৰ নিজৰ কৃষ্টি আৰু উৎসবৰ জৰিয়তে নিজক পৰিচিত কৰাই আহিছে। সেইবোৰ ভাষীক সম্প্ৰদায় আৰু তেওঁলোকৰ উৎসৱ সমূহ চমুকৈ তলত উল্লেখ কৰা হ'ল -

| বিভিন্ন উৎসৱ সমূহ | জাতি |
|---|---|
| ১। বিহু (ৰঙালী, ভোগালী, কঙালী) | অসমীয়া |
| ২। বাহা, সাহৰায়, দাশায়, কৰম, টুচু (ঝুমুৰ) | আদিবাসী ও সন্তাল বা সাওঁতাল |
| ৩। খেৰাই পূজা, বাগৰুম্বা, বৈশাগু | বড়ো |
| ৪। চোমোস্কান | কাৰ্বি |
| ৫। আলি আয়ে লৃগাং | মিৰি (মিচিং) |
| ৬। মে' ডাম-মে-ফি | আহোম |
| ৭। বোট পুলিং (বৰাক উপত্যকা) | বঙালী |
| ৮। পাই চাওকেন | টাই |
| ৯। বৈশাখু | ৰাভা |
| ১০। পানুং | আদি |
| ১১। বিযুৱা | কোচ |
| ১২। বিশুকী | লালুং |

**সাহিত্য চৰ্চা ঃ**

এইটো গভীৰভাৱে উপলব্ধি কৰা হৈছে যে সাহিত্যিক আৰু সাংস্কৃতিক দিশৰ

পৰা সাওঁতাল সকলৰ দূৰদৰ্শী লোকসকলে বৰ্ত্তমানৰ নতুন চামক ভৱিষ্যতৰ উন্নয়নৰ বাবে পূৰ্ব-পুৰুষ সকলৰ জ্ঞান আৰু আদৰ্শৰ বিষয় ভালকৈ শিক্ষা দিব লাগিব। সদৌ অসম সাওঁতাল জনজাতি পৰিষদেই আগভাগ ল'ব লাগিব তেওঁলোকৰ ভৱিষ্যতৰ সপোনবোৰ বাস্তৱ আৰু ফলদায়ক কৰাবলৈ হ'লে।

এই প্ৰসঙ্গত স্বাধীনতা যুঁজাৰু অসমৰ ক্ৰান্তিকাৰী কবি জ্যোতিপ্ৰসাদ আগৰৱালাই কৈছে- "মানুহৰ বহিৰ্জগত আৰু অন্তৰ জগত সুন্দৰ কৰিব পাৰিলেহে মানৱ সংস্কৃতিৰ পূৰ্ণপৰ্য্যায়ৰ বিকাশ বা উন্নতি সাধিব পৰা যায়।" সেয়ে, মানুহৰ অন্তৰত থকা সুপ্ত ধাৰণা আৰু অনুপ্ৰেৰণাবোৰ নিশ্চয়কৈ বহিৰ্জগতৰ সোঁতবোৰৰ লগত মিলি যাব লাগিব।

সাহিত্য মানৱ সমাজৰ দাপোন। এই দাপোনত সমাজৰ বাস্তৱতা দেখা পোৱা যায় বাতৰি-কাকত, কিতাপৰ মাজত বা সংবাদ পত্ৰৰ জৰিয়তে। এনেবোৰ ব্যাখ্যা বা বৰ্ণনাই মানুহক আকৰ্ষণ কৰে। বিভাজন, দিগ্ পৰিবৰ্ত্তন, ভাঙোন, অশান্তি, শোষণ, উৎপীড়ন, হিংসা, ভ্ৰম আদিয়ে সমাজত মানুহক জুৰুলা কৰে। নিজৰ বাহিৰে তেওঁলোকে আন কথা চিন্তা কৰিব নোৱাৰে। এনেবোৰ সমস্যা সমাধানাৰ্থে সাহিত্যই সদায় শান্তিপূৰ্ণ বাতাবৰণৰ মাজেদি সু-কলমে পদক্ষেপ আগবঢ়ায় আৰু সমাধানো কৰে। সাওঁতাল সকলৰ সাহিত্যৰ অৱস্থা কিন্তু বৰ ভাল নহয়। নিজৰ সমস্যা সমূহ এতিয়াও সমাজৰ আগত দাঙি ধৰিব পৰা নাই। এয়া, তেওঁলোকৰ দুৰ্বলতা। জন-কল্যাণৰ হকে তেওঁলোকৰ সাহিত্যত সমাজৰ প্ৰতিচ্ছবি দাঙি ধৰিব লাগিব আৰু সেই সাহিত্যত সমাজৰ কু-সংস্কাৰবোৰ যাতে নিৰ্মূল হয়, তাৰ বাবে গঠনাত্মক আদৰ্শ আৰু পৰামৰ্শ থাকিব লাগিব। তেনেকুৱা পিচপৰা সমাজৰ কল্যাণৰ হকে অসমৰ আন এজন বিপ্লৱী কবি হেমাঙ্গ বিশ্বাসে কৈছে - "যেতিয়া শাসক আৰু শোষক সকলে সমাজত অৰাজকতাৰ সৃষ্টি কৰে তেতিয়া সাম্প্ৰদায়ীক দ্বন্দ্ব আৰু ভাবা সংগ্ৰাম আৰম্ভ হয়। এনে ধৰণৰ পৰিবেশ কেতিয়াও সৃষ্টি ধৰ্মী নহয়। কবি আৰু লিখক সকলে নতুন বস্তু কেতিয়াও সৃষ্টি কৰিব নোৱাৰে, যদি তেওঁলোক জন-ক্ৰান্তিৰ পৰা ফালৰি কাটি যায়। সামাজিক চেতনা যদি উচ্চ স্থানলৈ লৈ অহা হয় আৰু শ্ৰেণী চেতনালৈ পৰিবৰ্ত্তন কৰোৱা হয় তেতিয়া সেই সমাজৰ চেতনাবোৰ লোক সংগীত ৰূপে প্ৰস্ফুটিত হয় আৰু সমাজৰ মানুহে বিশ্ৰামহীনভাবে সৃষ্টি ধৰ্মী হয়।" এইবোৰ

প্ৰৱচনে মানুহক অনুপ্ৰাণিত কৰি তোলে আৰু তেওঁলোক নিয়মিত সংগ্ৰামীলৈ পৰিবৰ্ত্তন হয় ন্যায় বিচাৰি। তেতিয়া তেওঁলোক অতি উৎসাহিত হৈ প্ৰকৃত দিশলৈ ধাৱমান হয়, নিজৰ ক'লা সংস্কৃতি আৰু সাহিত্যৰ উন্নতিৰ বাবে।

**সামাজিক পৰিবেশ ঃ**

অসমৰ সাওঁতাললোক অথবা আদিবাসী লোকসকলৰ অন্তৰ্গত চাহবাগানৰ লোক সকল অসমীয়া সমাজৰ অভিন্ন অঙ্গ হোৱা স্বত্বেও তেওঁলোকৰ দুখ-দুৰ্গতিত অসম সাহিত্য সভাই এষাৰো মাত নমতাত অতি দুখিত আৰু ক্ষুন্ন হৈছে। দৰাচলতে অসম সাহিত্য সভাখনৰ অন্তৰ্গত অসমৰ সকলো জনগণ। ই আটাইতকৈ প্ৰিয় আৰু সৰ্বশ্ৰেষ্ঠ সংগঠন অসমৰ। এনে গৰিমাময় সংগঠনে অসমৰ জনগণৰ হৈ মাত মতাটো সকলোৱে কামনা কৰে। তেওঁলোকে যোৱা ১৯৯৫-৯৭ চনত নামনি অসমৰ বঙাইগাঁও আৰু কোকৰাঝাৰ জিলাৰ বিভিন্ন ঠাইত হৈ যোৱা সাম্প্ৰদায়ীক হিংসা কাৰ্য্যৰ ওপৰত অসম সাহিত্য সভাই মাত মতাটো কামনা কৰিছিল। তেওঁলোকে ১৯৯৫ চনৰ পৰা শতকৰা ২০ ভাগ বনাচৰ বাবে দাবী কৰি আহিছিল। ওপৰোক্ত দুয়োটা প্ৰসঙ্গতে তেওঁলোকে যথেষ্ট সংখ্যক আপোন মানুহ, ঘৰবাৰী আৰু ধন-সম্পত্তি হেৰুৱালে। আজি ৯/১০ বছৰ পৰ্য্যন্ত তেওঁলোকৰ বহুতোলোক শৰণাৰ্থী শিবিৰতে থাকিবলগীয়া হৈছে। তেওঁলোকৰ ল'ৰা-ছোৱালী নিজৰ জন্ম স্বত্ব অধিকাৰ শিক্ষাৰ পৰা বঞ্চিত হৈ আছে এটি কদৰ্য্য পৰিবেশত আৰু তেনেকৈ জীৱন অতিবাহিত কৰি আহিছে। স্থানীয় চৰকাৰৰ মাহী আইৰ ব্যৱহাৰ আৰু অসম সাহিত্য সভাৰ নিচিনা বিশাল সংগঠনো অত্যন্ত মৌনভাৱে থকাত তেওঁলোকে আশ্চাৰ্য্য প্ৰকাশ কৰিছে আৰু চাহ বাগান সমূহত থকা সাহিত্য সভাৰ সদস্য পদবোৰৰ পৰা ইস্তাফা দিছে। এনে ধৰণৰ ব্যৱহাৰত কামাখ্যা প্ৰসাদ তাচাই যোৱা ২/১২/২০০৩ চনত "আমাৰ অসম" কাকতত প্ৰকাশ পোৱা বাতৰি মতে তেওঁ উক্ত পদৰ পৰা ইস্তফাও দিছে।

তাৰোপৰি তেওঁ কৈছে যে তেওঁলোকে ১৯৬২ চনত ৰাজ্যিক ভাষা আন্দোলনতো সহযোগিতা কৰিছিল। ১৯৭২ চনৰ আন্দোলনতো সদলবলে যোগদান কৰিছিল। ইয়াৰ উপৰি তেল পৰিশোধন কেন্দ্ৰবোৰতো আন্দোলনৰ আহ্বান মৰ্মে যোগদান কৰিছিল। চৰকাৰী ভাষা আৰু শিক্ষাৰ মাধ্যমিক ভাষা আন্দোলনতো তেওঁলোক কোনো প্ৰকাৰে পিচ নপৰিলে। কিন্তু তেওঁলোকে ১৯৯৫-৯৭ চনত হোৱা ঘৰো

উগ্রপন্থী আক্রমণৰ প্রত্যুত্তৰ হিচাপে চৰকাৰৰ পৰা কোনো সঁহাৰি নাপালে। তেওঁলোকৰ জনসংখ্যা হাজাৰতকৈ বেছি নিখোজ হ'ল, ধন-সম্পত্তি নষ্ট হ'ল, গাই-গৰু আৰু মাটি-বাৰীৰ একো নিৰাপত্তা নাথাকিল। কিন্তু চৰকাৰে সু-বিচাৰ দৃষ্টিৰে নাচালে। শতকৰা ২০% বোনাচ বিচৰাত তেওঁলোকৰ ওপৰত হোৱা খোৱাঙ (ডিব্রুগড়ৰ) আক্রমণ, ঢেকীয়াজুলিৰ আক্রমণ আৰু দৰং জিলাৰ পানেৰীৰ আক্রমণ (২০০৩) আদিৰ প্রতি চৰকাৰে অবহেলা আৰু আওকান কৰিলে। মৃতক সকলৰ প্রতি কোনো সহানুভূতিও নেদেখুৱালে বা আৰ্থিক অনুদানো কিছুপৰিমানেহে দিলে। এনে ধৰণৰ ব্যৱহাৰৰ দ্বাৰা তেওঁলোকৰ ওপৰত শাৰীৰিক, মানসিক আৰু আধ্যাত্মিক ভাৱেও উৎপীড়ন কৰা দেখা গৈছে বুলি শ্ৰীতাচা দেৱে আক্ষেপ কৰিছে।

**ৰাজনৈতিক পৰিৱেশ ঃ**

অসমৰ ৰাজনৈতিক পৰিৱেশ আজি প্রায় ২০/২৫ বছৰৰ পৰা অস্থিৰ হৈ থকা দেখা গৈছে। ইয়াৰ অন্তৰালত এটাই মূল কাৰণ বিদেশী নাগৰিকৰ সমস্যাটো। বিভিন্ন ৰাজনৈতিক দলে সভাই সমিতিয়ে ভাষণ দি আহিছে। কিন্তু যেতিয়া নিজৰ দলে শাসন ভাৰ লোৱা দেখা গ'ল তেওঁলোকে সেইবোৰ পাহৰিবলৈ চেষ্টা কৰে। তাৰ বাবে আকৌ আন্দোলন আৰম্ভ হয়। প্রত্যুত্তৰত তেওঁলোকে কয় আলোচনাৰ বাবে দুৱাৰ খোলা আছে। এই ধৰণৰ জনতা ঠগোৱা ৰাজনীতিয়ে অসমত ৰাজত্ব কৰি আহিছে যোৱা ২৫ বছৰে।

ৰাজনৈতিক শাসন ব্যৱস্থা স্থিৰ নহয় বৰং গতিশীল। গতিশীল হ'লেও ৰাজনৈতিক দল সমূহে কোনো মনত ৰাখিবলগীয়া পৰিবৰ্ত্তন আনিব পৰা নাই সৰ্বসাধাৰণ ৰাইজৰ হিতাৰ্থে। সাওঁতাল বা সমূহ আদিবাসী সকলক বাগান সমূহত নিজৰ প্রত্যেক পাঁচ বছৰৰ মূৰে মূৰে ভোট বেংক হিচাপে ব্যৱহাৰ কৰি আহিছে বুলি অসমৰ শাসনীয় দলবোৰক দোষাৰোপ কৰি আহিছে। নিৰ্বাচন শেষ হোৱাৰ পিচত তেওঁলোকে সম্পূৰ্ণকৈ পাহৰি যায় বা লগ ধৰিবলৈ গ'লে চিনিকে নাপায়। এয়া, তেওঁলোকে দিয়া অকুণ্ঠ সমৰ্থনৰ জলন্ত প্রতিদান ৰাজনৈতিক শাসক সকলৰ। সৰ্বসাধাৰণ ৰাইজেও সচাঁকৈয়ে তেওঁলোকৰ বেয়া আদৰ্শবোৰ একাদিক্রমে চাই আহিছে। সেয়ে, ক'বলৈ ধৰিছে যে তেওঁলোকৰ দাবী পূৰণ নকৰা বা নোহোৱা পৰ্য্যন্ত বিধান সভাৰ সদস্যসকলৰ বা নতুন সভ্য হ'বলৈ ওলোৱা প্রাৰ্থী সকল তেওঁলোকৰ চাহ বাগানবোৰত ভৰি দিব

নোৱাৰিব।

বৰ্ত্তমান অসমৰ আদিবাসী লোক সকলৰ কথা চিন্তা কৰিবলৈ তেওঁলোকৰ দাবীবোৰ বিধান সভাত উত্থাপন কৰিব পাৰে। কিন্তু তেওঁলোকো ৰাজনৈতিক দলৰ মানুহ হোৱা হেতুকে নিজৰ সম্প্ৰদায়ৰ দাবীবোৰ ঠিক ঠাইত ৰাখিবলৈ অপাৰগ হোৱা দেখা যায়। উপযুক্ত ঠাইত নিজৰ মানুহ থাকিও তেওঁলোকে উচিত বিচাৰ আশা কৰিব পৰা নাই। সেয়ে, তেওঁলোকে নিজৰ স্থানীয় বিধান সভা সদস্যৰ প্ৰতিমূৰ্ত্তি সৰ্বসাধাৰণ ৰাইজৰ মাজত দাহ কৰিছেই আপোন পাহৰা হোৱা হেতুকে। এনে ঘটনা যোৱা ২০০৩ চনত ডিব্ৰুগড়ৰ খোৱাং চাহ বাগিছাৰ (বনাচ কাণ্ড) হত্যা কাণ্ডৰ পিচত কৰোৱা হৈছিল। ৰাজনৈতিক পদক্ষেপবোৰৰ প্ৰচেষ্টা সম্পূৰ্ণ বিফল হোৱা বুলি আদিবাসী ছাত্ৰ-সন্থায়েই দোষাৰোপ কৰিছে চৰকাৰক আৰু আদিবাসী লোকসকলক প্ৰতিনিধিত্ব কৰা বিধান সভাৰ সদস্য সকলক।

চাহ বাগানৰ শ্ৰমিক সকলে যোৱা ৫০ বছৰে কংগ্ৰেছ দলৰ আহ্বানকে অনুসৰণ কৰি আহিলে। এই দীঘলীয়া সময়তো চাহ শ্ৰমিক সকলৰ অৱস্থা অলপো পৰিৱৰ্ত্তন নোহোৱাত তেওঁলোকৰ ধৈৰ্য্যৰ সীমা ভাঙি গ'ল যোৱা ২০০২ আৰু ০৩ চনত যেতিয়া খোৱাং, ঢেকীয়াজুলি আৰু পানেৰীত বিভৎস হত্যা-লীলা হয়। অসম বিধান সভাৰ ১২৬ খন আসনৰ ভিতৰত প্ৰায় ৪০ খন আসনেই আদিবাসী লোকসকলৰ দখলত। নিৰ্বাচনত বিজয়ী হোৱা আৰু পৰাজয় হোৱাটো এই ৪০ টা সমষ্টিত তেওঁলোকৰ ওপৰতে বিশ্বাস কৰিব লাগিব। অসম চাহ শ্ৰমিক সংঘই হ'ল তেওঁলোকৰ আটাইতকৈ ডাঙৰ সংগঠন, যি সংগঠনে আজিলৈকে **অপেক্ষা কৰা আৰু চোৱা,** পদ্ধতিকে পালন কৰি আহিলে আৰু এতিয়া সেইটো সলনি কৰি 'এতিয়া চাওঁচোন!' পদ্ধতি আপোন কৰি লৈছে। প্ৰত্যেক নিৰ্বাচনতে কাৰোবাৰ বিজয় আৰু পৰাজয়টো শ্ৰমিক সংগঠন আৰু প্ৰাক্তন চাহ শ্ৰমিক সকলে নিৰ্দ্ধাৰিণ কৰিব এনে ধৰণৰ প্ৰস্তাৱ গ্ৰহণো কৰা হয়। উপযুক্ত আৰু সময় সাপেক্ষে কোনো উদাহৰণ দাঙি ধৰিব পৰা নাই। তেওঁলোকৰ মাজতে পদলোভৰ অৰিয়া-অৰিয়ে সংগঠনবোৰৰ লগতে সমাজখনকো অকলশৰীয়া কৰা যেন অনুমান হয়। কিন্তু তেনে হ'ব নালাগিছিল।

**অৰ্থনৈতিক পৰিস্থিতি ঃ**

অসমৰ সকলো প্ৰাক্তন চাহ কৰ্ম্মচাৰী আৰু বৰ্ত্তমানৰ চাহ কৰ্মী শ্ৰমিক সকলৰ

অৱস্থা আন সকলতকৈ দয়নীয়। তেওঁলোকে সদায় খাদ্যবস্তুৰ অভাৱ, কাপোৰ আৰু নিজৰ আৱশ্যকীয় কাঠৰ আচবাববোৰ ৰখাৰ বাবেই ঘৰখন অত্যন্ত ঠেক অনুভৱ কৰে। তেওঁলোকৰ চাৰিওফালৰ পৰিৱেশ অপৰিষ্কাৰ, দুষিত আৰু দুৰ্গন্ধময়। এই প্ৰদূষিত বাতাবৰণৰ পৰা বাহিৰলৈ তেওঁলোক যাব নোৱাৰে আৰু সেইবাবে তেওঁলোকৰ সামূহিক উন্নতিৰ কথাও চিন্তা কৰিব নোৱাৰে। এইবোৰ যেন তেওঁলোকৰ চিন্তাৰ বিষয় নহয় তেওঁলোকে নজনাকৈ সামূহিক ভাৱে এই ধৰণে উপলব্ধি কৰে। যি সকল লোক চাহ বাগানৰ পৰা কেতিয়াবাই ওলাই আহিল, তেওঁলোকৰ মুষ্টিমেয় কেইজনৰ হে অৱস্থা কিছু উন্নত, বাকীবোৰৰো একেই দশা আৰু পুতৌ লগা অৱস্থা।

এজন বিখ্যাত অৰ্থনীতিবিদ জে.কে. গলব্ৰেইটে বিশ্বৰ সকলো গৰীব শ্ৰেণীৰ লোকক দুটা ভাগত বিভক্ত কৰিছে। তেওঁ কৈছে যে, "কিছুমান গৰীবী অৱস্থা সকলোতে সমান ভাৱেই পোৱা যায় আৰু তাৰেই কিছুমান আকৌ অত্যন্ত জৰ্জৰিত আৰু গ্ৰাসিত। প্ৰত্যেকেই নিজৰ পৰিৱেশটো প্ৰতিনিধিত্ব কৰিব পাৰিছে। আৰু এইটোৱেই প্ৰমাণ কৰে যে তেওঁলোক তাৰ পৰা উদ্ধাৰ হ'ব নোৱাৰে এনে নহয়। কিন্তু ইয়াৰ উপৰিও আন কিছুমান বিশেষত্ব আছে যিবিলাক পৰিয়ালৰ কোনো এজন খাদ্যৰ অভাৱত, স্বাস্থ্যৰ বাবে উদ্যোগিক জীৱনৰ পাৰিপাৰ্শ্বিকতা গ্ৰহণ কৰিব নোৱাৰাৰ বাবে, শিক্ষাৰ অভাৱ আদি অসুবিধা বোৰেই হ'ল মানুহক পঙ্গু কৰি থোৱা কাৰণ। সেয়ে, তেনে ধৰণৰ লোকে সাধাৰণ মানুহৰ দ্বাৰা আয়োজন কৰা কাৰ্য্য-কলাপত ভাগ ল'ব নোৱাৰে।

গলব্ৰেইটৰ মতে, "দ্বিতীয় শ্ৰেণীৰ গৰীববোৰ হ'ল - সংকোচ কৰা স্বভাৱৰ। সেই সংকোচৰ স্বভাৱৰ দ্বাৰাই ঠাইখনেই গৰীব অৱস্থাৰ ভিতৰত বুলি প্ৰতিফলিত কৰে। তাত প্ৰায় প্ৰত্যেকেই গৰীব হিচাপে পৰিগণিত হয়। কিন্তু এইবোৰ কোনো এজনৰ ব্যক্তিগত আঁকড়াৰ পৰা সঠিককৈ ক'ব নোৱাৰি। সামাজিক পৰিপ্ৰেক্ষিতত এজনৰ ওপৰত অধ্যয়ন কৰি আমি সেইবোৰ তথ্য ত্ৰুটিপূৰ্ণ বুলি ক'ব পাৰোঁ, সম্পূৰ্ণ সমুদায়ৰ চিত্ৰাঙ্কণ কৰিবলৈ গ'লে ই উপযুক্ত নহ'ব। তেওঁলোকৰ চাৰিওফালৰ পৰিৱেশৰ কাৰণেও তেওঁলোক চিন্তিত আৰু হতাশাগ্ৰস্ত।"

চাহ শ্ৰমিক সকলৰ এটা সৰু পৰিৱেশ। তেওঁলোকৰ ন্যায়ালয়ৰ অন্তৰ্গত এখন সৰু বিশ্ব। ইয়াত তেওঁলোকৰ সকলোৱে অশিক্ষিত জীৱনশৈলীৰ মাজত আৰু

সামাজিক নম্রতি, [illegible] [illegible] [illegible]

[illegible] পিতৃত্বৰ অবস্থান [illegible] উপযুক্ত [illegible]

শিক্ষা পদ্ধতি আধুনিক [illegible] প্ৰণালী [illegible]

সংস্কাৰ [illegible] নিজেই [illegible] আগবাঢ়ি [illegible]

বাতাবৰণ [illegible] কৰি [illegible] সমিতি [illegible] গোষ্ঠী

আদি [illegible] ব্যৱস্থা [illegible] তেওঁলোকৰ [illegible]

অনতিপলমে উন্নত হৈ আহিব।

<u>**সাওঁতাল সকলৰ চিকাৰ (দিসুম)ঃ**</u>

সাওঁতাল সকলৰ দিসুম বা চিকাৰ একপ্ৰকাৰৰ বছৰেকীয়া উৎসৱ। ইয়াৰ প্ৰসঙ্গ বা সম্পৰ্ক বৰ্তমানৰ ঝাৰখণ্ডৰ লগত, কাৰণ তেওঁলোকে ঐটো সময়ত অযোধ্যাৰ জঙ্গল অঞ্চললৈ গৈ চিকাৰ কৰিছিল। যেতিয়া সময় হয় তেওঁলোক এখন ঠাইত জমা হয়, সংগীতৰ বস্তুবোৰ গোটায়, বন্ধা-বঢ়াৰ বাচন-বৰ্তন, নিমখ, হালধি, চাউল, তেল, পিয়াজ, মচলা আদি গোটাই লৈ কেইদিনমানৰ কাৰণে যায় চিকাৰলৈ। আৰু লগতে তেওঁলোকে ধনু-কাঁড়, কুঠাৰ, যাঠি, জোং, তৰোৱাল আদিও লৈ যায়। এনে ধৰণে বছৰ দিনৰ মূৰত চিকাৰ কৰা অভ্যাসটো এতিয়াও তেওঁলোকে পালন কৰে। যেতিয়া তেওঁলোক একেলগে চিকাৰলৈ যাবলৈ ওলায়, তেওঁলোকৰ পৰম্পৰাগত বাদ্যযন্ত্ৰেৰে ধ্বনি দিয়ে - 'ৰাগ্‌দা তাম্মাক তাৰাৰা তাক্ত তেৰাটা দুবুঙ-দুবুঙ-দুম্ব' ইত্যাদি। সাওঁতাল জীৱনশৈলীৰ ই এটা অপৰিহাৰ্য্য অঙ্গ ডেকা ল'ৰাবোৰক চিকাৰলৈ পঠোৱাটো। তেওঁলোকে ভয়লগা জন্তু যেনে- বাঘ, সিংহ, হাতীৰ সন্মুখত পৰি জীৱনৰ সাহস গোটাব লাগিব। ইয়াত তেওঁলোকৰ বীৰত্ব বা পুৰুষত্বৰ কথা আছে আৰু সেয়ে, তেওঁলোকে নিজকে জীৱনৰ বাবে উপযুক্ত আৰু সাহসী কৰিব লাগে। সাওঁতাল সকলৰ সামাজিক জীৱনত ই এটা অপৰিহাৰ্য্য কাম। ইয়াৰ প্ৰভাৱ ইমান অৰ্থপূৰ্ণ যে যিজন মানুহে নিজৰ জীৱনত চিকাৰৰ অভিজ্ঞতা গোটোৱা নাই, তেওঁৰ লগত ছোৱালীবোৰৰ নিজৰ বিয়া হোৱাটো অনিশ্চিত লোক ধাৰণা [illegible]।

চিকাৰৰ শেষৰ দিনাখন তেওঁলোকে এটা ভোজ কৰে। ৰাতি তেওঁলোকে প্ৰচুৰ মদ খায় আৰু সম্পূৰ্ণ আনন্দেৰে ৰাতিটো কটায়। আনকি কিছুমান পৌঢ়বিলাকে নতুন চামক কিছুমান সম্ভোগ সম্বন্ধীয় শিক্ষাও দিয়ে যাতে তেওঁলোকে নিজৰ জীৱনত

বৈবাহিক জীৱনটো সফল কৰাব পাৰে।

'গুটিকোড়া' সাওঁতাল সকলৰ জীৱনত অতি আদৰ আৰু সম্মানৰ প্ৰসঙ্গ। লোক বিশ্বাস মতে, হিন্দু সকলৰ শ্ৰীকৃষ্ণৰ লগত সমানে মৰ্য্যাদা গুটিকোড়াৰ। ৰাধাৰ নিচিনাকৈ 'কাদমিকুড়িক' লৈ বহুতো লোক বিশ্বাস, সাধুকথা, কাহিনী আৰু গীত ৰচনা কৰে। দাম্পত্য জীৱন, নীতিশিক্ষা আদিৰ বহুমূলীয়া প্ৰেৰণা পায় সাওঁতাল যুৱক-যুৱতীসকলে তেওঁলোকৰ পৰা।

## ওপিড়ি ঃ ধনু-কাঁড় আৰু দিসুম (চিকাৰ)

সাওঁতাল সকলৰ সামাজিক জীৱনত ধনু আৰু কাঁড়ে যথেষ্ট অৰ্থ বহন কৰে তেওঁলোকৰ জন্মৰ পৰা মৃত্যুলৈকে। চিকাৰৰ জৰিয়তে শিক্ষা পোৱাটোও এটা পুৰুষত্বৰ চিনস্বৰূপ। নতুনকৈ জন্ম হোৱা শিশুৰ যেতিয়া নাভিডাল কাটিবলগীয়া হয় তেতিয়া তেওঁলোকে তীৰৰ ব্যৱহাৰ কৰে। বিবাহৰ সময়তো ধনু-কাঁড় আৱশ্যক হয়। মৃত্যুৰ সময়তো ধনু-কাঁড়যোৰ মৃতকৰ মৃত্যু শয্যাৰ ওপৰত থৈ দিয়ে।

আন মানুহে ভুল ধাৰণা কৰে যে সাওঁতাল সকলে ধনু-কাঁড়েৰে আনক আক্ৰমণ কৰে। কিন্তু বাস্তৱত সেইটো নহয়। তেওঁলোকে ধনু-কাঁড় নিজৰ আৱশ্যকতাৰ বাবেহে লয়— আনক আক্ৰমণ কৰিবলৈ নহয়। আজিও তেওঁলোকে অসমৰ হাবিয়ে-জঙ্গলে বছৰৰ এটা নিৰ্দিষ্ট সময়ত চিকাৰ কৰিবলৈ যায় আৰু ইয়াৰ আনন্দ লাভ কৰে।



# অধ্যায় ঃ অষ্টম

## উপসংহাৰ

### পূৰ্ণ বিকশিত অৱস্থা ঃ

বৰ্ত্তমানলৈকে সমগ্ৰ পৃথিৱীত ৬৫ কোটি আদিবাসী লোকে নিজৰ প্ৰতিষ্ঠাৰ বাবে সংগ্ৰাম কৰি আহিছে। নিৰক্ষৰতা, গৰীবী, অভাৱ বা দুৰ্য্যোগ আদিয়ে তেওঁলোকক গ্ৰাস কৰিছে। ইয়াৰ পৰা পৰিত্ৰাণ পাবলৈ তেওঁলোকে সদায় সংঘৰ্ষ কৰি আহিছে আৰু বিকশিত মানৱ সমাজত আত্ম প্ৰতিষ্ঠা কৰাটো তেওঁলোকৰ পৰম লক্ষ্য।

ইং ১৯৫৭ চনত প্ৰথমবাৰৰ বাবে তেওঁলোকৰ আন্তঃৰাষ্ট্ৰীয় আদিবাসী শ্ৰমিক সংঘৰ সন্মিলন হৈছিল। ইয়াৰ পিচত ১৯৮৪ চনত এটি বিশ্বব্যাপি ঘোষণা কৰিবলৈ এটি আদিবাসী কাৰ্য্য দল গঠন কৰা হ'ল সংযুক্ত ৰাষ্ট্ৰসংঘৰ পৰামৰ্শ মৰ্মে। এই কাৰ্য্যদলে ১৯৯৩ চনত উক্ত বছৰলৈকে "আদিবাসী আন্তঃৰাষ্ট্ৰীয় ঘোষণা বা বৰ্ষ ১৯৯৩" হিচাপে ঘোষণা কৰিলে। একেটা বছৰতে **বিশ্বমানৱ অধিকাৰ সন্মিলনৰ অধিৱেশন** বহিল জৰ্জ্জিয়াৰ ৰাজধানী ভিয়েনাত। উক্ত অধিৱেশনতে ১৯৯৫-২০০৪ বছৰটোক "বিশ্ব আদিবাসী দশক" হিচাপে ঘোষণা কৰা হ'ল। সেই বছৰৰ পৰা আজিলৈকে প্ৰত্যেক বছৰৰ ৯ আগষ্টৰ দিনটোক **আন্তঃৰাষ্ট্ৰীয় আদিবাসী দিৱস** হিচাপে পালন কৰি অহা হৈছে।

অসমত প্ৰায় ৪০ লাখমান আদিবাসী লোকে বসবাস কৰে। কোম্পানীবোৰৰ অধীনত প্ৰায় ৮৫০ খন চাহ বাগিচা আছে আৰু সেই বাগানবোৰত গৰিষ্ঠ সংখ্যক আদিবাসী শ্ৰমিকসকলে কাম কৰি আহিছে। তেওঁলোকৰ বহুতো সংঘ-সংগঠনো আছে। সেইবোৰৰ ভিতৰত সদৌ অসম আদিবাসী সংগঠন, সদৌ অসম আদিবাসী ছাত্ৰ সন্থা, সদৌ অসম চাহ জনজাতি ছাত্ৰ সন্থা, সদৌ অসম সাওঁতাল সাহিত্য সভা আৰু সদৌ অসম আদিবাসী সাহিত্য সভায়েই প্ৰধান। তেওঁলোকৰ বহুমুখী উন্নয়ন আৰু জন কল্যাণমূলক কামৰ বাবে তেওঁলোকৰ সংগঠন বোৰৰ মাজত ভালকৈ বুজা-পৰা থাকিব লাগিব আৰু আপোচলৈ আহিব লাগিব। যৌথ সংগ্ৰামৰ অবিহনে এটা জাতিৰ পূৰ্ণ পৰ্য্যায়ৰ উন্নয়ন কেতিয়াও সম্ভৱ নহয় আজিৰ এই প্ৰতিযোগিতাৰ দিনত। তেওঁলোকে প্ৰথমে নিজৰ শিশু সকলৰ উপযুক্ত শিক্ষাৰ বাবে চিন্তা কৰিব লাগিব। বাল্য জীৱনৰ পৰাই ভাল খাদ্যৰ ব্যৱস্থা কৰিব লাগিব। ভাল শিক্ষা আৰু খাদ্যইহে মেধাশক্তি বৃদ্ধি কৰিব পাৰে। "যি মূলা বাঢ়ে তাৰ দুপাততে চিন" এই কথাষাৰ উঠি অহা শিশু সকলৰ ক্ষেত্ৰত প্ৰযোজ্য। স্বাস্থ্য, পৰিৱেশ, খাদ্য আদি অটুট থাকিলে শিশু সকলে সৰুৰে পৰাই মেধা শক্তিৰ পৰিচয় দিব পাৰে। সেয়ে, শিশু সকলে বাল্যজীৱনৰ পৰাই মুক্ত পৰিৱেশ পাব লাগে আৰু নিৰ্বিঘ্নে তেওঁলোকে বিকাশৰ সুবিধা পাব লাগে।

সাওঁতাল সকলৰ পৰম্পৰাগত বৰ্হিদৃষ্টিও সলনি বা সংশোধন কৰিব লাগিব বিশ্বৰ প্ৰাৱিধিক আৰু অভিগনণ প্ৰণালীৰ সময়ত। অন্ধ বিশ্বাসবোৰ পৰিহাৰ কৰিব লাগিব আগুৱাই যাবলৈ হ'লে। যি সকলৰ চিন্তা-ভাৱনা, ধ্যান-ধাৰণাবোৰ দূৰ দৃষ্টি সম্পন্ন আৰু প্ৰগতিবাদী, তেওঁলোকে বসবাস কৰা ৰাজ্যবোৰৰ ভিতৰত একতাবদ্ধভাৱে কাম কৰি ৰাষ্ট্ৰ বা বিশ্বৰ জনগণৰ কথাও চিন্ত্ৰ কৰিব লাগিব তেওঁলোকৰ ভৱিষ্যত বংশধৰ সকলৰ কল্যাণৰ হকে।

**সাৰ্বভৌম ভাৰতবৰ্ষৰ সংবিধানত জানুৱাৰী ২২, ১৯৪৭ চনত উল্লেখিত ধাৰাৰ মতে :**

**Where it shall guaranted and secured to all people of India Justice, Social, Economic and Political, Equality of status of**

opportunity, and before the law; freedom of thought, expression, belief, faith, worship, association and action subject to law and public morality.

(ভাৰতবৰ্ষৰ সকলো নাগৰিকৰ কাৰণে সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক ন্যায় সুৰক্ষিত; সমান মানদণ্ড, সুবিধা উপভোগ আৰু আইনৰ আগত সকলোৱে সমান, মুক্ত চিন্তা, অভিব্যক্তি, বিশ্বাস, আস্থা, ভক্তি, ব্যৱসায়, সংগঠন আৰু কাম আদি কানুনৰ সাপেক্ষে আৰু নৈতিকতাৰ ভিতৰত সদায় সুৰক্ষিত)

"Whereas adequate safeguards shall be provided for minorities, backward and tribals and depressed and other backward classes and (2)

(তাৰোপৰি সংখ্যালঘু, পিচপৰা আৰু জনজাতি সকলক উপযুক্ত সুৰক্ষা দিয়া হ'ব লগতে দলিত বৰ্গ, অনুন্নত পিচপৰা শ্ৰেণী সমূহকো সুৰক্ষা দিয়া হ'ব -- আৰু)

"সংবিধানৰ প্ৰস্তাৱনাত সন্নিবিষ্ট কৰা হৈছে -- মানৱ জাতিৰ কল্যাণ আৰু বিশ্ব শান্তিৰ সমৰ্থন"

সেয়ে, আমি সকলো যি সকল ভুক্তভোগী আৰু পিচপৰা শ্ৰেণীৰ অসুৰক্ষিত লোক, বাস্তৱ ক্ষেত্ৰত আমি সুৰক্ষা পাব পাৰোঁ ব্যক্তি হিচাপে, স্থান আৰু বৰ্ণ, ধৰ্ম, ভাষা নিৰ্বিশেষে।

**তুলনা ঃ সাওঁতালী আৰু অসমীয়া সংস্কৃতি**

সমূহীয়া জাতি সম্প্ৰদায় যি সকল লোক দেশৰ বিভিন্ন ঠাইৰ পৰা অসমৰ চাহ বাগান বোৰত শ্ৰমিক হিচাপে কাম কৰিবলৈ আহিল, তেওঁলোকক শ্ৰমিক বুলি কোৱা হয়। তেওঁলোক প্ৰকৃতিবাদী, টোটেনবাদী, বোঙ্গাবাদী বা বিশ্বাসী তেওঁলোকৰ বিশ্বাস আৰু ধাৰণাত। ঠিক তেনেকৈ তেওঁলোকৰ মাজতো ব্ৰহ্মণ, ক্ষত্ৰীয়, বৈশ্য আৰু শূদ্ৰ সমুদায়ৰ লোকো আছে। তেওঁলোকৰ মাজত কম-বেছি পৰিমানে খৃষ্টান আৰু মুছলমান লোকো আছে। উদ্যোগিক ক্ষেত্ৰতহে তেওঁলোক শ্ৰমিক হিচাপে পৰিচিত; কিন্তু সংস্কৃতিৰ ক্ষেত্ৰত তেওঁলোক বেলেগ বেলেগ নহয়। শ্ৰমিক শ্ৰেণীৰ লোক সকলৰ মাজত যদিও কিছু ভিন্নতা থকা দেখা যায়, তথাপিও সমন্বয়ৰ ক্ষেত্ৰত তেওঁলোকৰ

মাজত সম্বন্ধ আছে।

পোন প্ৰথমে আমি কৰম পূজা আৰু ঝুমুৰ নৃত্যৰ মাজত দৃষ্টি পেলাব পাৰোঁহক। এই কৰম পৰবটো বছৰত তিনিবাৰকৈ পালন কৰা হয়।

১। প্ৰত্যেক বছৰৰ নভেম্বৰ মাহৰ পূৰ্ণিমাৰ ৰাতি।

২। প্ৰত্যেক বছৰৰ চেপ্তেম্বৰ মাহৰ নতুন জোনাকৰ ৰাতি; আৰু

৩। প্ৰত্যেক বছৰৰ অক্টোবৰ মাহৰ পূৰ্ণিমাৰ ৰাতি।

শেষৰটো পৰব যাক বুঢ়ী কৰম বুলি কোৱা হয়, জোতিষী সকলৰ মতে আজিৰ পৰা প্ৰায় ২০০০ বছৰ খৃষ্ট পূৰ্বতে আৰ্য্যসকলে প্ৰত্যেক বছৰৰ কাতি মাহত এই পৰবটো পালন কৰিছিল। এই সন্দৰ্ভত আমি ক'ব পাৰোঁ যে সাওঁতাল বা আদিবাসী লোক সকলে আজিও বুঢ়ী কৰম পৰবটো কাতি মাহত বা বছৰৰ আৰম্ভণিতহে পালন কৰে। তেওঁলোকৰ ছোৱালীবোৰে ঝিংগা ফুল খোপাত গুজিলৈ ঝুমুৰ নৃত্য আৰম্ভ কৰে আৰু নতুন বছৰক স্বাগতম জনায়। এই উৎসবটোৰ সম্বন্ধ প্ৰকৃতিৰ সুন্দৰতা বা প্ৰাকৃতিক তত্বৰ লগত -- যেনে নদী, পানী, গছ-গছনি, পাত, ফুল আৰু ফল, হাতী, গাই-গৰু, ঘোঁৰা আৰু ঘৰিয়াল ইত্যাদি। এইবোৰে প্ৰমাণ কৰে যে তেওঁলোকে ভূমি মাতৃৰ লগত নিবিড় সম্বন্ধ ৰক্ষা কৰি আহিছে তেওঁলোকৰ ৰঙচঙীয়া আৰু উজ্বল ভৱিষ্যতৰ বাবে। এই প্ৰকৃতিৰ আৰাধনাৰ অন্তৰ্গত তেওঁলোকে কৃষি কৰ্মকো সামৰি লয়। সেয়ে, বহুতো পৰব বা উৎসব আদি কৃষি কাৰ্য্যৰ আৰম্ভণি বা চপোৱা সময়ৰ লগত সামঞ্জস্য ৰখা দেখা যায়।

আনহাতে অসমীয়া সংস্কৃতিৰ ৰঙালী বিহুৱেও নতুন বছৰৰ লগত সামঞ্জস্য ৰাখি আৰম্ভ কৰে নতুন কাম বা কৃষি কাৰ্য্য। এই উৎসৱত কেতেকী, ভেবেলী লতা আৰু ফুলবোৰ ব্যৱহাৰত লগোৱা হয়। দুয়োটা উৎসবে অৰ্থাৎ কৰম পূজা আৰু বিহু উৎসৱৰ সম্বন্ধ প্ৰকৃতি আৰু নতুন বছৰৰ লগত থকা প্ৰত্যক্ষ হয়।

বছৰৰ অক্টোবৰ মাহত সাওঁতাল সকলে সাহৰায় বা সৰায় পূজা পালন কৰে। ইয়াৰ নিচেই ওচৰ সম্বন্ধ অসমীয়া সংস্কৃতিৰ কাতি বিহুৰ লগত থকা দেখা যায়। এই উৎসৱত গাই গৰুবোৰক গা ধুৱাই দিয়া হয়। চাফ-চিকুণ কৰোৱাৰ পিছত শিঙত আৰু খুৰাত তেল মালিছ কৰি দিয়া হয় আৰু লক্ষ্মী আই বা শিব-পাৰ্বতীক স্মৰণ

কৰি পূজা কৰা হয়। ইয়াৰ লগতে আন ধাৰ্মিক সংস্কাৰ আদি থাকেই। চিৰা, দৈ, পিঠা আদি খাবলৈ দিয়া হয়, সেন্দুৰৰ ফোঁট দিয়া হয়। এনে পৰম আনন্দৰ দিনবোৰত শ্ৰদ্ধেয়জনক ভক্তিৰে প্ৰণিপাত কৰা হয়। গৰু বিহু উৎসব আৰু ৰাস ঝুমুৰ কাতি মাহতে আৰম্ভ কৰা হয় যিবোৰে বৃন্দাবনত শ্ৰীকৃষ্ণই গোপিনী সকলৰ লগত কৰা লীলাকেলিৰ স্মৰণ কৰোৱায়।

ঝুমুৰ আৰু বিহু নৃত্য দুয়োটাই যদিও প্ৰকৃতিৰ লগত সম্বন্ধিত, নতুন বছৰৰ গছ-বিৰিখ, ফল আদিৰ লগত সম্বন্ধিত, তথাপিও এই দুয়োটা উৎসৱে নাচনী আৰু নৰ্ত্তক বা দৰ্শক সকলৰ মাজত প্ৰেমৰ ভাব জগায়, ভালপোৱা ভাবৰ আৰম্ভণি কৰায়। এতেকে দেখা যায় যে সাওঁতাল সকলৰ তিনিটা কৰম পূজা আৰু অসমীয়া সংস্কৃতিৰ তিনিটা বিহুৰ মাজত অতি ওচৰ সম্বন্ধ অতীত পুৰণি কালৰে পৰা অনায়াসে স্থাপিত হৈ আহিছে।

দুয়োটা সংস্কৃতিৰ উৎসৱতে ৰাইজৰ পৰা দান বৰঙণি সংগ্ৰহ কৰা হয়। মানুহৰ ঘৰে-ঘৰে গৈ নাচ-গান, আনন্দ আদিৰে টকা-পইচা সংগ্ৰহ কৰি বিহুৰ শেষৰ দিনাখন আনন্দেৰে ভোজ-ভাত খোৱা হয়।

আদিবাসী লোকসকলে ফাগুনৰ পূৰ্ণিমাৰ সময়ত কৰা 'হোলিকা-দাহ' আৰু ভোগালী বিহুৰ সময়ত জ্বলোৱা 'ভেলাঘৰ'ৰ নিচেই ওচৰ সম্বন্ধ থকা দেখা যায়।

এতিয়া আমি দেশভক্তিৰ সংস্কৃতিৰ বিষয় অলপ চৰ্চা কৰোঁহক দুয়োটা সংস্কৃতিৰ লোকৰ মাজত। দুয়োটা সংস্কৃতিৰ পৰা আমি ঝুমুৰ আৰু বিহু নৃত্যৰ গানৰ প্ৰসঙ্গ ১৯৬২ চনৰ ভাৰত-চীন যুদ্ধৰ সময়লৈ লৈ যাব পাৰোঁ।

শ্ৰমিক যুবকজনে দুয়োখন দেশৰ মাজত যুদ্ধ আৰম্ভ হোৱা বুলি জানি গানৰ মাজেৰে নিজৰ দেশপ্ৰেম অতি সাহসেৰে প্ৰকাশ কৰিছে। তেওঁ গাইছে -

"শুনৰে ভাৰত ভাই
চাইনা কৰতে লড়াই
গৰজে উঠে ভাৰতবাসী
পাণ্ডৱী হিলাই
চাইনা ভাগতে ডৰায়।

দিলমে ধৈৰ্য্যধৰ

মনমে বিচাৰ কৰ

হৃদয় সাহসকৰে ঝণ্ডা গাঢ়।"

সেইদৰে এজন বিহু বলীয়া ডেকাৰ গানত তেওঁৰ প্ৰেমিকৰ প্ৰতি সম্বন্ধ থকা দেখা যায় যদিও গানত দেশপ্ৰেম প্ৰকাশ পাইছে। তেওঁ গাইছে —

পৰ্বতলৈ বগাই বগাই যাবানে?

চীনে আক্ৰমণ কৰিলে, যুদ্ধলৈ যাবানে?

দেশৰ মান বচাবলৈ তোমাৰ গহনাবোৰ দিবানে?

দেশৰ গৌৰৱ বচাবলৈ সহায় তুমি কৰিবানে?

গানৰ উত্তৰ দিওঁতে বিহুৱতীয়ে গায় —

"অ' মোৰ চেনাই

কিয় নিদিম গহনাবোৰ

মোৰ নহয় সৰু মন

তেজো দিম ঐ

জীৱনও দিম

ৰাখিম দেশৰ গৌৰৱময়

স্বাধীনতাৰ মান"

সঁচাকৈ ক'বলৈ গ'লে কৰম পূজা (ঝুমুৰ নৃত্য) আৰু বিহু উৎসৱ (বিহুনাচ)ত গোৱা গানবোৰত পৰিৱেশ, সামাজিক পৰিস্থিতি, ৰাজনৈতিক বাতাবৰণ আৰু উত্থান-পতন, যুদ্ধ আৰু শান্তি আদিৰ কথা উল্লেখ থাকে। গানবোৰ কেতিয়াবা ব্যঙ্গ ভাবেও ৰচনা কৰা হয় অথবা সমস্যাবোৰ সমাধানৰ বাবে ব্যৱহাৰ কৰা হয়।

অসমৰ এজন বিশিষ্ট লেখক শ্ৰী প্ৰহ্লাদ চন্দ্ৰ তাসাদেৱে তেওঁৰ 'কাঁচা সোণাৰ দেশ' নামৰ কিতাপখনত বিশ্ব প্ৰসিদ্ধ গায়ক ডঃ ভূপেন হাজৰিকাদেৱে গোৱা গানটো উল্লেখ কৰিছে। গানত কোৱা হৈছে—

চৰদাৰ বোলে কাম কাম

বাবু বোলে ধৰে আন

চাহেব বোলে লিবো পিঠের চ

অ' বিদেশী চাম

ফাঁকি দিয়ে আনিলা আসাম।

উক্ত গানৰ সাৰমৰ্ম ইতিমধ্যে আগৰ অধ্যায়ত ব্যাখ্যা কৰা হৈছে।

শ্ৰী তাসাদেৱে আকৌ উল্লেখ কৰিছে কৰম পৰবত ল'ৰা-ছোৱালীবোৰে গোৱা প্ৰসঙ্গত। তেওঁ লিখিছে

আসাম দেশের বৈশাখ বিহু

কৰম পূজাৰ সমানৰে

সৃষ্টিৰ কথা আছে গাথা

দুনোতে সমান ৰে।

চাহ বাগিচাত বনুৱা সকলৰ অক্লান্ত জীৱন আৰু গাঁৱলীয়া আদিবাসী সকলৰ কঠোৰ জীৱন দুয়োটাই একাকাৰে ভাঁহি উঠে বিভিন্ন পৰবৰ নাচ-গানত আৰু সেয়াই তেওঁলোকৰ পৰম আনন্দ। বন্ধুত্ব, একতা আৰু সমন্বয় ইয়াত সন্নিবিষ্ট হৈ আছে। বাগান আৰু বস্তিৰ জীৱিকাৰ পদ্ধতি ভিন্ন-ভিন্ন হ'লেও সাংস্কৃতিক দিশত কোনো প্ৰকাৰে পৃথক বুলি ক'ব নোৱাৰি। এয়া জাতীয়তা, আত্মীয়তা আৰু একতাৰ নিদৰ্শন।

অনুৰূপ ভাৱেই তিৰোতা সকলেও নিজস্ব স্বাভিমানখিনি কেতিয়াও বিসৰ্জন দিয়া উচিত নহ'ব। তেওঁলোকৰ পৰম্পৰাগত গহনা-পাতি যেনে - লালুক, তৰপাত, ঝুমকা, চিতাপতি, চন্দ্ৰহাৰ, সীতাহাৰ, পাইৰী, বালা আৰু বাজু আদি বিভিন্ন পৰৱত বা নৃত্যত (ঝুমুৰ বা হোলীত) পিন্ধিলে নিজৰ ঐতিহ্য আদিয়ে যথেষ্ট সন্মান পায়। তেওঁলোকৰ পৰম্পৰাগত পোচাক আৰু সেইবোৰৰ সদ্ ব্যৱহাৰ পৰৱ, উৎসৱ আৰু বিয়া তথা সামাজিক সভা-সংস্কাৰৰ দিনবোৰত পিন্ধিব লাগিব। সেইবোৰেই তেওঁলোকক বহিৰ্জগতৰ লগত বা সভাত পৰিচয় কৰাব আৰু এটা ঐতিহ্য সম্পন্ন সংস্কৃতিবান জাতিৰূপে পৰিচিত কৰাব। সংস্কৃতি এটা এনেকুৱা পাৰিভাষিক শব্দ, যি শব্দই মানুহৰ সৃষ্টিৰ পৰা আজিলৈকে জীৱন প্ৰণালীৰ সম্পূৰ্ণ দিশবোৰক আঁকোৱালি লৈ বহিৰ্জগতৰ লগত পৰিচয়ও কৰাই ৰাখিব পাৰিছে।

সূৰ্য্য দেৱতাই এনেকুৱা প্ৰকৃতিপ্ৰেমী, পৰম্পৰা সম্পন্ন জাতিক প্ৰকৃতি মাতৃৰ

কোলাতো অধিক একতাবদ্ধ, শক্তিশালী আৰু সৃষ্টিকৰ্মী হিচাপে জীয়াই থকাৰ প্ৰেৰণা দিয়ক। অধ্যৱসায়, ধৈৰ্য্য আৰু নিজস্ব নীতি নিৰ্ধাৰণ তেওঁলোকৰ আপোন সম্বল হওক। প্ৰগতিবাদী বিচাৰ ধাৰাৰে সংঘৰ্ষৰ জৰিয়তে নিজৰ প্ৰাপ্য খিনি ল'বলৈ তেওঁলোক সদায় এটা গোটৰূপে যেন একতাবদ্ধভাৱে শ্ৰমিক-কৃষক, হালোৱা, হজুৱা সকলোৰে মিলি বনুৱা হিচাপে কাম কৰি যাওক। আদৰ্শবাদী সমাজ হিচাপে কাম কৰিবলৈ তেওঁলোকে প্ৰথমে নিজৰ ওপৰত অধ্যয়ন আৰু বিশ্লেষণ কৰি নিজৰ দোষ-ত্ৰুটি খিনি পৰিশুদ্ধ কৰক। অতীতৰ সংঘাতবোৰ যেন পাহৰি নাযায়। সেয়া, বৰ্ত্তমানৰ বাবে সম্বল হ'ব আৰু বৰ্ত্তমানলৈ সংঘৰ্ষ কৰি যাওক ভৱিষ্যতৰ বাট সুগম হ'ব, সফলতা বুটলি ল'ব পাৰিব।

**পিচ পৰি থকাৰ কাৰণবোৰ :**

সংমিশ্ৰণৰ পৰিণামেই হ'ল সঙ্গত সংস্কৃতি বা মিশ্ৰিত সংস্কৃতি। যদি অধিক সূক্ষ্মভাৱে অধ্যয়ন কৰা যায় তেন্তে আমি পাওঁ যে উজনি অসমত থকা আদিবাসী বা সাওঁতাল সকল শিক্ষিত অসমীয়া মানুহৰ লগত সংমিশ্ৰিত হোৱা হেতুকে তেওঁলোক নিজৰ সংস্কৃতিৰ ক্ষেত্ৰতেই হওক বা অন্য সংস্কৃতিক আপোন কৰি লোৱাৰ ক্ষেত্ৰতেই হওক কিছু পৰিমাণে আগবঢ়া। উজনি অসম বুলি ক'লে আমি নগাওঁ, যোৰহাট, লক্ষীমপুৰ, ধেমাজী, শিৱসাগৰ, গোলাঘাট, তিনিচুকীয়া আৰু ডিব্ৰুগড় জিলাকেই বুজোঁ। সমাজ আৰু সংস্কৃতিৰ সঘনাই মিলন বা পাৰস্পৰিক ক্ৰিয়া হৈ থকা হেতুকে এই ক্ষেত্ৰত তেওঁলোক কিছু আগবাঢ়িব পাৰিছে।

বিপৰীতে, নামনি অসমৰ জিলাবোৰ যেনে - শোনিতপুৰ, দৰং, কামৰূপ, নলবাৰী, বৰপেটা, বঙাইগাঁও, গোৱালপাৰা বা কোকৰাঝাৰ আদি জিলাত সচৰাচৰ অশিক্ষিত মানুহৰ সংখ্যা বেছি। উল্লেখিত কিছুমান জিলাবোৰত আদিবাসী সকল অকলশৰীয়াকৈ পাওঁ পাতি বা মূল সুঁতিৰ পৰা কিছু আঁতৰত থাকে। ঠিক সেই ধৰণে বড়ো বা ৰাজবংশী লোকসকলো বিশেষভাৱে শিক্ষিত নহয় বা নিজকে সংস্কাৰ কৰাবলৈ কোনো শিক্ষিত লোকৰ লগত সংমিশ্ৰিত হোৱাৰ সুবিধা নাপায়। যি বিভিন্ন ভাষা-ভাষী লোকৰ লগত দৈনন্দিন সংমিশ্ৰণ ঘটে, তেওঁলোকো কোনো গুণে শিক্ষা বা সংস্কৃতিত বিশেষ ভাৱে আগবঢ়া নহয়।

অসমৰ আদিবাসী অথবা সাওঁতাল সকলে চাহ উদ্যোগ, কয়লাখনি, তেল কোম্পানী তথা আন উদ্যোগ আৰু কাৰখানা- দৈনিক এইবোৰ ব্যৱসায়ৰ অগ্ৰগতিত তেওঁলোকৰ জনশক্তিৰ ব্যৱহাৰ হৈ আহিছে। কিন্তু দুখৰ বিষয় যে আজি প্ৰায় ১৭০ বছৰ ধৰি অসমত চাহখেতিৰ প্ৰচলন হৈ সুকলমে চলি আছে, অথচ তেওঁলোকৰ সমূদায়ৰ পক্ষে এইটো এটা জীৱন্ত সত্য যাৰ মৰ্মখিনি তেওঁলোকে অতি গভীৰভাবে উপলব্ধি কৰিব লাগিব। অসম ৰাজ্যিক বিধান সভাৰ সদস্য সকলৰ স্থানত তেওঁলোকৰ সংখ্যা পঞ্চম স্থানত আছে, কিন্তু অকল এম. এল. এ সকলৰ উপস্থিতিয়ে সাওঁতাল বা আদিবাসী সকলৰ কথা ঠাইতে উত্থাপন কৰিব পৰা নাই। সেয়ে, আদিবাসী সকলৰ ভাগ্যৰ কোনো পৰিবৰ্ত্তন ঘটা নাই। কেতিয়াবা তেওঁলোকে নেতৃত্ববিহীন অৱস্থাৰো দ'কৈ অনুভৱ কৰে বিশেষ পৰিস্থিতি বা আপাতকালীন অৱস্থাত। ৰাইজৰ প্ৰতিনিধিত্ব কৰিব পৰা নেতৃত্ব গুণৰ অভাৱেই জন প্ৰতিনিধি সকলৰ প্ৰতি ৰাইজৰ ক্ৰমে ক্ৰমে আস্থা নাইকীয়া হৈ আহিছে। এইবোৰ কাৰণতেই তেওঁলোকৰ সামূহিক উন্নতিত বাধা-বিঘিনি আহি পৰিছে। লিপি, ভাষা, সাহিত্য, পাঠ্যপুথি, শব্দকোষ বা অভিধানৰ কামবোৰ অলপো হোৱা নাই বুলি ক'লে অত্যুক্তি কৰা নহ'ব। দলীয় ৰাজনীতিৰ নেতৃত্বই এনেবোৰ প্ৰসঙ্গৰ কথা নিশ্চয় চিন্তা কৰিব পৰা নাই। সেয়ে, তেওঁলোকৰ পথ-প্ৰদৰ্শক হিচাপে ভাষা, লিপি আৰু সাহিত্যৰ ওপৰত নেতৃত্ব দিব পৰা ব্যক্তিৰ অত্যন্ত অভাৱ বোধ হৈছে। এয়া, তেওঁলোকে বুজিবলৈ আৰু পলম কৰিলে ভাল নহ'ব।

খৃষ্টান ধৰ্মত ইতিমধ্যে দীক্ষিত হোৱা বা হৈ যোৱা লোকসকলে সাওঁতাল সংস্কৃতিৰ কথা পাহৰি যাব ধৰাটো দুঃখৰ বিষয়। ধৰ্মত দীক্ষিত হোৱা মানে সংস্কৃতিক পাহৰাটো নুবুজায়। তেওঁলোক সামাজিক ক্ষেত্ৰত ভাবৰ আদান-প্ৰদানৰ পৰা কিছু আঁতৰত যেন লাগে। কিন্তু এইবোৰ পৰিবৰ্ত্তনৰ দ্বাৰা, তেওঁলোকৰ সেৱা আৰু ত্যাগৰ দ্বাৰা কাৰোবাৰ যথেষ্ট লাভ হৈছে। কিন্তু আদিবাসী সকলৰ বা প্ৰত্যক্ষভাৱে সাওঁতাল সকলৰ সাংস্কৃতিক অৱক্ষয় হৈছে। এটা বংশানুক্ৰমৰ পৰম্পৰা ভৱিষ্যতে দোমোজাত ওলমি থাকিব পেণ্ডুলামৰ দৰে — সংস্কৃতি বিহীন শাখা হিচাপে। বৰ্ত্তমানৰ অগ্ৰজ সকলে পুনৰায় চিন্তা কৰি সাওঁতাল সকলে নিজা ধৰ্মতে থকাটো অত্যন্ত গৌৰৱান্বিত

কথা হ'ব, এটি মহান আদৰ্শৰ আৰ্হি হ'ব।

অশিক্ষিত আৰু অজানিত অৱস্থাত কোনোবাই জাপি দিয়া ধৰ্মটো যদি জাতীয় সংস্কৃতিৰ পৰিপন্থী হয় তেন্তে সচেতন সকলে, বুদ্ধিজীৱি সকলে, বয়সস্থ সকলে নিজৰ ভাবিষ্যত বংশধৰ সকলৰ কথা চিন্তা কৰি বৰ্ত্তমানতেই উচিত ব্যৱস্থা লব লাগিব। এইটো তেওঁলোকৰ নিজা চিন্তা আৰু বিষয়।

**৬। শিক্ষাৰ প্ৰতি অৱহেলা ঃ**

অসমৰ চাহ শ্ৰমিক সকলৰ ল'ৰা-ছোৱালীৰ শিক্ষাৰ প্ৰতি কৰি অহা অৱহেলা এটা জঘন্য অপৰাধ। মিচনাৰী সকল যেতিয়া অসমলৈ আহিল, তেতিয়া তেওঁলোকে জনজাতি এলেকাবোৰত শিক্ষাৰ প্ৰচাৰ ধৰ্ম প্ৰচাৰৰ মাধ্যমেদি কৰিলে। লগতে চাহ বাগানবোৰত সেইবোৰ শিক্ষাৰ প্ৰচাৰ নহৈ ধৰ্ম পৰিবৰ্ত্তনৰ পৰবহে আৰম্ভ হ'ল। ইয়াৰ বিস্তৃত বিৱৰণ আগৰ অধ্যায়বোৰতো ব্যাখ্যা কৰা হৈছে। আৰ্থিক অৱস্থা, শিক্ষা বা জীৱন স্তৰ কোনো দিশে কোনো পৰিবৰ্ত্তন নেদেখি তেতিয়াৰ ভাৰতীয় সংগঠন (Indian Association)ৰ সহায়ক মুল সম্পাদক দ্বাৰকা নাথ গাংগুলিদেৱে মিচনাৰী চাহাব সকলক লিখিছিল এই ধৰণে – "May we not appeal with some degree of confidence to the missionary societies to be co-operative with us in work of mitigating the lot of poor coolies in Assam." [5] সেইবোৰ কেতিয়াও সহানুভূতি সহকাৰে নুশুনিলে। ভাৰতত আটাইতকৈ গৰিষ্ঠ সংখ্যক থকা জনজাতি আদিবাসী সকল ভাৰতৰ প্ৰত্যেক ৰাজ্যতে সিঁচৰতি, অন্যান্য ভাষাৰ দ্বাৰা প্ৰভাৱিত, বিকশিত অথবা লুপ্ত প্ৰায় কিছুমান ঠাইত। সেয়ে, ৰাষ্ট্ৰীয় আধাৰত তেওঁলোকৰ আলাপ-আলোচনা হৈ ৰাজ্যই-ৰাজ্যই নিজাববীয়াকৈ উন্নয়ন মূলক কামবোৰ হাতত ল'লে সেই অনুসাৰে বিকাশৰ বাটেদি আগুৱাব পাৰিব। চৰকাৰে তেওঁলোকৰ হেৰাই যাব খোজা ইতিহাস পুনৰায় লিখিব লাগিব অতীতক উদ্ধাৰ কৰি তথ্য আৰু সত্যতাৰ আধাৰত। ইয়াৰ বাবে তেওঁলোকে চৰকাৰক ধৰিব লাগিব।

অসমৰ বিভিন্ন চাহ বাগানৰ পৰা আজি প্ৰতিবাদী ধ্বনি শুনিবলৈ পোৱা যায়। তেওঁলোকৰ প্ৰাপ্যখিনিৰ বাবে দাবী কৰিলেও তিৰস্কাৰ কৰা হৈছে। শান্তি পূৰ্ণভাৱে

নিবেদন আগবঢ়ালে সেইবোৰে কাম নকৰা হৈছে। চৰকাৰৰ কাণত পেলাবলৈ হ'লে বন্দুকৰ শব্দ হ'ব লাগিব। কাৰণ, বৰ্ত্তমানৰ চৰকাৰবোৰে বন্দুকধাৰী সকলকহে তুৰন্তে বা অনতি পলমে আলোচনাৰ মাজলৈ মাতে, আলোচনাৰ দুৱাৰ খোলা ৰাখে। বন্দুক নধৰা বিলাকৰ দাবীবোৰ পাহৰণিৰ গৰ্ভত, ডাষ্টবিনৰ তলত আৰু কৰবাত! ইয়াৰ বাবে চৰকাৰবোৰেই দায়ী।

বাগান অঞ্চলৰ শিক্ষা ব্যৱস্থা অতি দুঃখ লগা। ঘৰটো বাগানে বান্ধি দিয়া হেতুকে যথেষ্ট ভাল। কিন্তু ৮০/৯০জন ছাত্ৰ-ছাত্ৰীৰ মাজত এজন প্ৰবেশিকা উত্তীৰ্ণ হোৱা বা নোহোৱা ব্যক্তিও শিক্ষক বা শিক্ষয়িত্ৰী হিচাপে আছে। তলব সময়মতেই লয়। কিন্তু শিক্ষকজন যদি বাহিৰৰ পৰা অহা-যোৱা কৰে তেওঁ সপ্তাহৰ তিনিদিন বিদ্যালয়ত থাকে, তিনিদিন নেথাকে। হাজিৰা ছয় দিনৰেই হয়। এইবোৰৰ নিৰীক্ষণ নাই। এনেবোৰ অৱস্থা অসমৰ প্ৰত্যেকটো প্ৰাথমিক বিদ্যালয়ৰেই বুলি ক'ব পাৰি। দুই এখন হয়তো ব্যতিক্ৰম হ'ব পাৰে।

অনুপস্থিত থাকিয়েই মাহেকীয়া মাননী বা বেতন লব পৰাত তথাকথিত শিক্ষক সকলে গৌৰৱ বোধ কৰে। শিক্ষকৰ মানসিকতা এনে ধৰণৰ, আৰু বাগান অঞ্চলৰ শিক্ষকৰ স্তৰ আৰু নিম্নমানৰ। ছাত্ৰ-ছাত্ৰীৰ পৰা চাদা খুজি খোৱা - এনেকুৱা অৱশ্যে আজি ডাঙৰ বিদ্যালয় আৰু মহাবিদ্যালয়তো চলোৱা হৈছে। এইটো হেনো বন্ধুত্ব!

প্ৰায়বোৰ বাগানৰ শিক্ষক-শিক্ষয়িত্ৰীৰ প্ৰশিক্ষণ নাই। প্ৰশিক্ষণ নোপোৱা শিক্ষক-শিক্ষয়িত্ৰী এজন-এজনীয়ে ৯০ জন মান ল'ৰা-ছোৱালীক শিক্ষা দিয়ে সকলোবোৰ বিষয়তে। কি মগজুৰে পঢ়ায় তেওঁহে জানে। এইবোৰ কিন্তু মানৱ অধিকাৰ হননৰ বাহিৰে একো নহয়। যোৱা ১৯৯৬ চনৰ জনগণনা মতে চাহবাগানৰ শ্ৰমিক, শতকৰা ৯০ ভাগেই অশিক্ষিত আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীৰ বাগানত কাম কৰা হিচাপত সংখ্যা মুঠ ৪১,০০০ হাজাৰ। এই টোৱেই এইটো প্ৰমাণ কৰে যে ইংৰাজৰ দিনতে আৰম্ভ কৰা শাসন আৰু নিয়ন্ত্ৰণ আজিও একে ভাৱেই বাহাল হৈ আছে। ভাৰতীয় চাহাব সকলৰ মাহী আইৰ ব্যৱহাৰৰ বাবেই মাজে সময়ে চাহবাগানবোৰত অশান্তি, আন্দোলন বা প্ৰতিবাদৰ ধ্বনি দিয়াটো স্বাভাৱিক হৈ পৰিছে। শতকৰা ২০% বোনাচৰ বাবে কৰা আন্দোলনে ইতিমধ্যে সেই বাগানবোৰত অবিস্মৰণীয় বেদনাৰ চাপ বহুৱাই

গ'ল, কিন্তু বিচাৰ নহ'ল।

**চৰকাৰী পদক্ষেপ ঃ**

অসমৰ ৰসাল সমভূমি চাৰিওফালেদি সৰু সৰু পাহাৰে আবৃত। বাৰ মাহতে সেউজীয়া ৰম্যভূমিত চাহ বাগিচাবোৰক একোখন সোণৰখনি বুলি ক'ব লাগিব। চাহবাগানৰ সেউজীয়া সৌন্দৰ্য্যই ইয়াৰ কৰ্মচাৰী সকলৰ মনত আনন্দ আনি দিয়ে সঁচা কিন্তু তাৰে ভিতৰত কিছুমান অপ্ৰকাশ্য দুঃখ-বেদনাও নোহোৱা নহয়। এই সৌন্দৰ্য্যময় প্ৰাকৃতিক বাতাবৰণৰ মাজত কঠোৰ শিলভঙা পৰিশ্ৰমেৰে নিয়মীয়াকৈ জীৱন-নিৰ্বাহ কৰি অহা, ঘণ্টী বজোৱাৰ লগে-লগে কামত হাজিৰ হোৱা লোকসকলেই হ'ল চাহ বনুৱা। একমাত্ৰ এই শ্ৰেণীৰ লোকৰ তেজপানী কৰা পৰিশ্ৰমৰ বলতে, তেওঁলোকৰ নিঃস্বাৰ্থ সেৱাত ৰাষ্ট্ৰই এটি বুজন পৰিমানৰ অৰ্থ সংগ্ৰহ কৰে।

ভাৰতবৰ্ষৰ ভিতৰত উত্তৰ-পূব ভাৰতখনেই চাহ খেতিৰ বাবে প্ৰসিদ্ধ আৰু তাৰো ভিতৰত অসম উপত্যকাখনেই চাহ-খেতিত অগ্ৰজ। অকল অসমতেই বৰ্ত্তমান ৮৫০ খনতকৈ বেচি কোম্পানীয়ে চলোৱা চাহবাগিচা আছে। বৰ্ত্তমানযুগৰ প্ৰতিযোগিতাত আৰু শিক্ষিত নিবনুৱাৰ সমস্যাৰ বিনিময়ত বহুতো শিক্ষিত ল'ৰাই নিৰ্জৰ খেতি কৰা মাটিকে ভাঙি চহাই উচিত ব্যৱস্থা, পদ্ধতি আৰু প্ৰশিক্ষণ লৈ ব্যক্তিগত হিচাপে চাহখেতি কৰা আৰম্ভ কৰিছে। যিয়ে নহওক কিয়, চাহখেতিৰ পৰা দেশে বুজন পৰিমানৰ অৰ্থ সংগ্ৰহ কৰি আহিছে। কাৰোবাৰ জীৱিকাৰ উপায়ো হৈ আহিছে। কিন্তু নিয়ম-নীতি, কাৰ্য্যপ্ৰণালী, বেতন, সুবিধা, স্বাস্থ্য, সেৱা, শিক্ষা আদি মানৱ কল্যাণৰ আধুনিক স্ৰোত সমূহ আনবোৰ নাগৰিকৰ সমানেই মৰ্য্যাদা সম্পন্ন হোৱাটো যুক্তিযুক্ত আৰু বাঞ্চনীয়। সেইবোৰ তেওঁলোকে বিচাৰিবও জানিব লাগিব, লবও পাৰিব লাগিব স্বাধীন দেশৰ নাগৰিক হিচাপে। ইংৰাজে চাহখেতি আৰম্ভ কৰিলে যশটো তেওঁলোকলৈ যাবই। কিন্তু চাহ-বনুৱা বা শ্ৰমিক সকলক আজিও নানান্ অজুহাতত বিভাজন কৰাই জনজাতি আৰু অ-জনজাতি আদি নাম দি বিভাজন কৰা, শিক্ষা আৰু স্বাস্থ্যৰ প্ৰতি অবহেলা কৰা ঘটনাবোৰ সঁচাকৈ পৰিতাপৰ বিষয় আৰু নিন্দনীয়ও।

১৯৫৫ চনলৈকে চাহ শ্ৰমিক সকলৰ জীৱন প্ৰণালী অত্যন্ত অনুশাসনহীন,

যোজনা বিহীন, অসুৰক্ষিত আৰু অৱহেলিত আছিল। বাগানৰ পৰা অৱসৰ প্ৰাপ্ত হোৱাৰ পিচত তেওঁলোকৰ কোনো আশা বা ভৱিষ্যতৰ সপোন আদিও নাইকীয়া হৈ গৈছিল।

এটা সময়ত অসম চাহ এচোচিয়েচনে চাহ বনুৱা সকলৰ জীৱনৰ নিৰাপত্তাৰ বিষয়ে চিন্তা কৰিলে। ইয়াৰ পিছত বিভাগীয় কৰ্তৃপক্ষই তেওঁলোকৰ জীৱনৰ নিৰাপত্তা আৰু সঞ্চয় কোষৰ কথা চিন্তা কৰিলে। সেই মৰ্মে কৰ্তৃপক্ষই তলত উল্লেখ কৰা পদক্ষেপবোৰ হাতত ল'লে।

**চৰকাৰৰ পদক্ষেপ সমূহ ঃ**

1. **Providend Fund Scheme.**
2. **Life Insurance Scheme.**
3. **Pension and Family Pension Scheme.**
4. **Saving Insurance Scheme, and**
5. **Assam Tea Garden providend Fund and Financial Scheme Branch or Insurance.**

উল্লেখ থাকে যে ওপৰত উল্লেখিত সুবিধা সমূহ চাহ শ্ৰমিকৰ ক্ষেত্ৰতহে প্ৰযোজ্য, প্ৰাক্তন- চাহ কৰ্মী বা গাওঁত থকা লোকসকলৰ বাবে নহয়।

**উত্থানৰ হকে কিছুমান পৰামৰ্শ ঃ**

অসমৰ আদিবাসী (চাহ বাগান অথবা গাওঁ অঞ্চল)ৰ লোকসকলৰ বিষয় এটি দীঘলীয়া বিশ্লেষণ মূলক অধ্যয়ন কৰাৰ পিচত তেওঁলোকৰ উত্থানৰ হকে কিছুমান পৰামৰ্শ সমূহ ইয়াত চমুকৈ উল্লেখ কৰা হ'ল যাতে তেওঁলোকে ইয়াৰ বাবে প্ৰচেষ্টা চলায়।

**পৰামৰ্শ সমূহ ঃ**

১। ইংৰাজী ভাষা অক্সফোৰ্ড ডিক্সনেৰীৰ (Oxford Dictionary) পৰা কুলী শব্দটো অতি সোনকালে মোচন কৰাব লাগে, কাৰণ ইয়াৰ পাৰিভাষিক অৰ্থ 'Asian unskilled Labour' বুলি কোৱা হৈছে। এই শব্দবোৰে ভাৰতীয় শ্ৰমিক সকলৰ মৰ্য্যাদা হানি কৰিছে। শ্ৰমিক শব্দৰ অৰ্থই যথেষ্ট গধুৰতা বহন কৰিব পাৰে।

বাস্তৱ দিশত চাবলৈ গ'লে পৃথিৱীৰ ভিতৰত অসমৰ চাহ খেতিয়েই অতি প্ৰসিদ্ধ, উচ্চমান আৰু মূল্যবোধৰ। অসমৰ চাহবাগিচাৰ পৰা দৈনিক হাজাৰ হাজাৰ টন চাহপাত বিদেশলৈ যায়। কিন্তু এনেহেন চাহ উৎপাদনকাৰী পৰিশ্ৰমী লোকসকলক অদক্ষ শ্ৰমিকেৰে মৰ্য্যদা হানি কৰা শব্দ প্ৰয়োগ কৰাটো উচিত নহয়।

২। আদিবাসী বা সাওঁতাল লোকসকলৰ উন্নতিৰ হকে গাওঁ আৰু বাগান উভয়বে শিশু সকলৰ বাবে বাধ্যতামূলক শিক্ষা দি শিক্ষা প্ৰবৰ্ত্তন কৰাব লাগে। বাগান সমূহত পৌঢ় শিক্ষা যোজনাৰ জৰিয়তে পুৰুষ-নাৰী উভয়কে শিক্ষা দি শিক্ষা সজাগতা মূল্যবোধ কৰাব লাগে। গাওঁ আৰু বাগান সমূহৰ বিদ্যালয়বোৰত প্ৰশিক্ষণ প্ৰাপ্ত আৰু ছাত্ৰ-ছাত্ৰীৰ সংখ্যা অনুপাতে দুজনৰ পৰা চাৰিজন পৰ্য্যন্ত শিক্ষকৰ নিযুক্তি দিব লাগে। ইয়াৰ বাবে ছাত্ৰ-ছাত্ৰী সকলৰ অভিভাৱক সকলে নিজেই আগভাগলৈ কাৰ্য্যত নামিব লাগে।

৩। সামাজিক অন্যায়বোৰ নিৰ্মূল কৰিব লাগে। সমান অধিকাৰ সুৰক্ষিত কৰিব লাগে নিয়োগ বিনিময় কেন্দ্ৰ বিলাকত আৰু সেইবোৰ স্থানীয়তাৰ ভিত্তিত বিধিবদ্ধ কৰিব লাগে।

৪। ক'লা বিকাশৰ কাৰণে আধুনিক পদ্ধতিৰে যোজনা বনাব লাগে আৰু সেইবোৰ বিজ্ঞাপনৰ জৰিয়তে প্ৰচাৰ-প্ৰসাৰ কৰাব লাগে।

৫। চাৰিওফালেদি (শৈক্ষিক, অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক জীৱন স্তৰ) পিচপৰি থকা হেতুকে সৰ্বভাৰতীয় আদিবাসীলোক সকলক অনুসূচীত জাতি (Schedule Tribes) হিচাপে সংবিধানত মান্যতা প্ৰদান কৰিব লাগে যদি চৰকাৰৰ নীতি অনুসাৰে জনজাতি সকলকহে সুখ সুবিধা দিব পাৰে।

৬। শৈক্ষিক কোষ (Educational Cell) আৰু শৈক্ষিক নিৰ্দেশনালয় (Educational Directorate) স্থাপন কৰি শিক্ষাৰ ক্ষেত্ৰত প্ৰাথমিক স্তৰৰ পৰা সাওঁতালী (সাদৰী) ভাষা 'ওলচিকী' লিপিৰ জৰিয়তে শিক্ষাৰ কামত আগবঢ়াব লাগে। শিক্ষাৰ বাবে তেওঁলোকে নিজৰ মাতৃভাষাটো বিষয় হিচাপে ল'লেহে যুগৰ প্ৰতিযোগিতাৰ লগত খোজ মিলাব পাৰিব, কিন্তু মাধ্যম হিচাপে নহয়।

৭। চৰকাৰৰ তত্বাৱধানত আদিবাসী লোকসকলৰ এটা আধুনিক ইতিহাস লিখাব

লাগে আৰু ইয়াৰ বাবে বিস্তৃত প্ৰচাৰ-প্ৰসাৰ কৰাই তথ্য সংগ্ৰহৰ ব্যৱস্থা কৰাব লাগে বৰ্ত্তমান আৰু অতীতৰ ঘটনাৱলীৰ।

৮। শিশু শ্ৰমিকৰ প্ৰথাটো সম্পূৰ্ণকৈ বন্ধ কৰাব লাগে বিধিবদ্ধ হিচাপে আৰু সেইফালৰ পৰা তলত উল্লেখ কৰা পদক্ষেপ সমূহ হাতত লৈ কাৰ্য্যত প্ৰণয়ন কৰাবলৈ ল'লে - তেওঁলোকৰ সংস্কৃতিৰ সুৰক্ষা আৰু শ্ৰীবৃদ্ধি হোৱাৰ পথ সুগম হ'ব নিশ্চয়।

**পৰামৰ্শ সমূহ ঃ**

১। ক'লা আৰু বাস্তুকলাৰ সুৰক্ষাৰ বাবে ভৱন নিৰ্মাণ।

২। ক'লা আৰু সংস্কৃতি অধ্যয়ন আৰু অনুসন্ধানৰ বাবে গৱেষণাগাৰ নিৰ্মাণ।

৩। মাজে সময়ে অঙ্কন আদিৰ কৰ্মশালাৰ আয়োজন।

৪। প্ৰদৰ্শনীৰ কেন্দ্ৰ আৰু কেন্দ্ৰীয় পুথিভঁৰাল।

৫। বিজ্ঞাপন আৰু প্ৰচাৰৰ ব্যৱস্থা।

৬। আদিবাসী ছাত্ৰসকলৰ উচ্চ শিক্ষাৰ সুবিধাৰ বাবে কোনো ভিন্নতা নৰখাকৈ ছাত্ৰ-বৃত্তিৰ চৰকাৰী ব্যৱস্থা।

**সংগঠনবোৰলৈ পৰামৰ্শ সমূহ ঃ**

১। যিসকল লোক ইতিমধ্যে খৃষ্টান ধৰ্মত দীক্ষিত হৈছে, তেওঁলোকে পুনৰায় আৰু নতুনকৈ চিন্তা কৰিলে, সংশোধনৰ চিন্তা কৰিলে, দৃঢ়তাৰে নৱ-জাগৰণৰ জৰিয়তে জাতি গঠনৰ বৃহৎ স্বাৰ্থসিদ্ধ হ'ব। অশিক্ষিত আৰু সহজ-সৰল হোৱা হেতুকে কোনোৱাই হয়তো ব্যৱহাৰ কৰিলে এটা সময়ত, কিন্তু সাংস্কৃতিক একতাৰ অবিহনে এটা গৌৰৱময় জাতি জীয়াই থকাটো সম্ভৱ নহয়। ভিন্ন ৰাজ্য, ভিন্ন ধৰ্ম, ভিন্ন ভাষীসকলৰ লগত মিশ্ৰিত হওঁতে কেতিয়াবা নিজস্বতা নাইকীয়া হোৱাটো গমকে পোৱা নাযায়। লিপি, ভাষা, ধৰ্ম, সাহিত্য, কৃষ্টি, সংস্কৃতি, পৰম্পৰা, সংস্কাৰ আদি থাকোঁতেই বেলেগ ধৰ্মৰ আশ্ৰমত থকাটো নিজৰ সংস্কৃতিকে অৱহেলা কৰা বুজায়।

২। চাহবাগানত থকা শ্ৰমিক সংগঠনবোৰ মতা বা তিৰোতা মানুহৰ সংগঠনো বনাব লাগে। সেইবোৰৰ জৰিয়তে প্ৰথমতে নিজৰ ল'ৰা-ছোৱালীৰ ভাল শিক্ষা, উচ্চ শিক্ষা আদিৰ চিন্তা সমজুৱাকৈ কৰিব লাগে। চাহবাগানৰ পৰা উত্তীৰ্ণ হৈ বাহিৰলৈ পঢ়িবলৈ যোৱা বা সকলোৱে মিলি পঢ়িবলৈ বাহিৰলৈ পঠোৱা কাৰ্য্যবোৰৰ প্ৰশংসা কৰিব

লাগে। বাগানৰ পৰিৱেশত আৰু কদৰ্য্য বাতাৱৰণত নিজৰ দৰেই থাকিব দিয়াটো প্ৰগতিশীল চিন্তাধাৰাৰ পৰিচয় নহয়।

৩। আজি-কালি চাহবাগানৰ [illegible]কলক চি. পি. এম. নামৰ এটা ভূতে ধৰিছে। সকলোকে সেই ভূতৰ পিচে-পিচে দৌৰিবলৈ কোৱা হয়। সেই সকলে সিদ্ধান্তৰ কথা কয় কিন্তু বাগানৰ ভিতৰত কি হৈছে, কি হৈ গ'ল বা কি হ'ব লাগিছিল, তেওঁলোকৰ প্ৰগতিশীল চিন্তাধাৰাত এইবোৰ নাই। এইখিনি কথা বাগানৰ কৰ্মীসকলে বুজিবলৈ চেষ্টা নকৰাকৈ, কাৰোবাৰ পিচে-পিচে আগুৱাই গৈ আছে। সেই ধৰণৰ ধাৱমান গতি ঠিক নিৰ্বাচনৰ আগে-আগে মাত্ৰ থাকে। নিৰ্বাচন শেষ হ'লে প্ৰতিনিধি কোন তেওঁলোকে [illegible] বিধান সভাৰ নিৰ্বাচিত প্ৰতিনিধি সকলেও তেওঁলোকে বাগানৰ পৰাও যি সমৰ্থন পাইছিল সেইটো পাহৰি যায়।

৪। চাহবাগান বা বস্তিৰ পৰা শিক্ষাগত অৰ্হতা লৈ বাহিৰলৈ মহাবিদ্যালয়লৈ, বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ যোৱা ছাত্ৰ-ছাত্ৰীসকলে নিজৰ লিপি, ভাষা, সাহিত্য, সংস্কৃতি আদিৰ কেনেকৈ ৰক্ষা কৰিব পৰা যায়, কেনেকৈ এইবোৰৰ শ্ৰীবৃদ্ধি কৰিব পৰা যায়- সভা, সমিতিবোৰে আলোচনা কৰি সিদ্ধান্ত ল'ব লাগে। এইবোৰ মহান উদ্দেশ্যত তেওঁলোকে ৪০ বছৰীয়া যোজনা হাততলৈ "Do or Die" সিদ্ধান্তৰে কাম কৰিব লাগে।

৫। [illegible]- সংগঠনবোৰে নিজৰ ওপৰত ৰাজনৈতিক প্ৰভাৱ আৰু চাপ পৰিহাৰ কৰিব লাগে। জাতীয় বৃহৎ স্বাৰ্থৰ বাহিৰে সাংগঠনিক কিছুমান নিজস্ব চিন্তাধাৰা আৰু সিদ্ধান্ত থাকিব লাগে।

সদৌ শেষত অন্তিম পৰামৰ্শ (৬) হিচাপে ইয়াকে ক'ব পাৰি যে জাতি গঠন প্ৰক্ৰিয়াত নামিবলৈ হ'লে কেইজন মানে ব্যক্তিগত স্বাৰ্থ বিসৰ্জনদিব লাগিবই। এইবোৰ সম্পূৰ্ণ কাম আৰু যোজনা তৈয়াৰ কৰি লৈ এটা কেন্দ্ৰীয় সংগঠনে বাকী সকলোবোৰ সংগঠনকে নিজৰ নেতৃত্বত আগুৱাই লৈ যাব লাগিব। উক্ত কেন্দ্ৰীয় (কৰ্ণধাৰ সমিতি) সংগঠনটো বিজ্ঞজন আৰু নিঃস্বাৰ্থ নেতৃত্বত জাতি গঠনৰ উদ্দেশ্যেৰে গঠিত হ'লে পৰ্য্যায়ক্ৰমে এটা সংগঠিত আৰু নিঃস্বাৰ্থ পৰম্পৰাৰ সৃষ্টি হ'ব। ভাৱনাৰ বান্ধোনেৰেহে দেশ আৰু জাতি গঠন কৰিব পৰা যায়।

- সমাপ্ত -

# Bibliography


1. Jyoti Rachanawali, Assam Prakashan Parishad, 1992
2. Bhirchar (Assamese), Ed. Sanjay Kumar Tanti, 2001
3. Bhimkanta Baruah, Abhilekh (Souvenir), 2005
4. Hem chandra Baruah, Hem Kosh, 1998
5. Souvenir (Silver Jublee issue)Ed. Kamal Ch. Murmoo, 1995
6. S.K. Awasthi, The Constitution of India, 1999
7. Joy Kishar Prasad, Bharatiya Sanskriti, 1985
8. Agrodoot (Assamese), Editor - Kanak Sen Deka, 30/4/03
9. Maheswar Neog, Asomiya Sahityar Ruprekha, 1986
10. Pronakata Baruah, Tinsukiya Jila Sahitya Sabha Patrika, 2000.
11. Amar Asom (Assamese), Editor - Manoj Kumar Goswami, 10/09/2003.
12. Munilal Jayaswal, Maithili Saran Gupta Ke Sahityaka Sanskritik Adhyayan, 1987.
13. Janasadharan (Assamese), Editor - Manoj Kumar Goswami, 1/10/2003.
14. Vedic Light, Editor Bimal Wadhavan (New Delhi), 2001
15. Bholanath Tiwari, Bhasa Vigyar, 1992.
16. Nanda Saraswathi, Bharat Ke Awastike Saat Karatn, Paranhansa Swani Jagodisha, 2000.